*ANEDARE, A collection of articles based on different problems of Assamese Society written by Sri Dinesh Sarma, Rupanjali, Kharghuli Guwahati-4 and Published by Jyotipada Dev Choudhury, Natun Asam, 5 Industrial Estate Bamunimaidam Guwahati-21 Price Rupees Tweenty only*

প্ৰকাশক ·

শ্ৰীজ্যোতিপদ দেৱ চৌধুৰী এম এ, এল এল বি

নতুন অসম

৫ উদ্যোগপাম, বামুনীমৈদাম

গুৱাহাটী-৭৮১০২১

ফোন ৫০০৫৩/৪৫০০০

মুখ্য পৰিবেশক :

বাণী প্ৰকাশ প্ৰাইভেট লিমিটেড

পাণবজাৰ

গুৱাহাটী-৭৮১ ০০১

প্ৰথম প্ৰকাশ .

ডিচেম্বৰ ১৯৯২

বেচ : বিছ টকা মাথোন

ছপা :

পূৰ্বোদয় প্ৰেছ

১০ কৈলাস বসু ষ্ট্ৰীট

কলিকতা-৭০০ ০০৬

ফোন : ৫০-২৯৭৮

## স্মৃতিযে আমাক কি দিব ?

আমাৰ একমাত্র ল'ৰা ওঠৰ বছৰীয়া নিপুণ শৰ্মাক ৩ আগষ্ট ১৯৯২ তাৰিখে কালে হৰি নিলে। তেওঁ এই বছৰ কটন কলেজৰপৰা সুখ্যাতিৰে হায়াৰ চেকেণ্ডাৰী পৰীক্ষা পাছ কৰি অসম ইঞ্জিনিয়াৰিং কলেজত নাম ভৰ্তি কৰিছিল।

আমাৰ ভাগি পৰা হৃদয় আৰু শৰীৰক এতিয়ালৈকে একোৱে সান্ত্বনা দিব পৰা নাই। তথাপি

—দেউতা

॥ এনেদৰে সজাইছো ॥

## ॥ আমি কিয় উৎসৱ কৰিব লাগে? ॥

দিনক দিনে মানুহৰ সমাজখন আৰু ইয়াৰ লগত জড়িত কাম-কাজবোৰ ইমান বেছি জটিল হৈ আহিব ধৰিছে যে এনেদৰে চলিলে আগত কেইটামান বছৰৰ ভিতৰতে মানুহৰ সুখ আৰু আনন্দ বোলা অনুভূতিটোৱেই হৃদয়ৰপৰা বিলুপ্ত হ'ব যেন লাগিছে। আজি স্কুল কলেজ, অফিচ আদালত, যিকোনো ৰাজহুৱা স্থান, বজাৰ-সমাৰ, চিটিবাচ, পাদপথ আদি সকলোতে ইজনে সিজনৰ প্ৰতি অহেতুক ঘৃণাদ্বেষ আদি এনেদৰে পোষণ কৰি থাকে যেন ই যিকোনো মুহূৰ্ত্তত বিস্ফোৰক পদাৰ্থৰ দৰে বিস্ফোৰিত হৈ যাব পাৰে। ফলত ইজনে সিজনৰ প্ৰতি ভাল ব্যৱহাৰ, ভাল শিষ্টাচাৰ, এখন হাঁহিভৰা মুখ দুষ্প্ৰাপ্য বস্তুৰ লেখীয়া হৈ পৰিছে। এষাৰ মিঠা মাত দেৱদুৰ্লভ হৈ পৰিছে। অকল সেয়ে নহয়। নিজৰ ঘৰত থকা সময়খিনিতেই বা কেইজনে হাঁহিমুখ লৈ নৈৰ্ব্যক্তিক আনন্দেৰে দিন নিয়াব পৰিছে? নোৱাৰে। কাৰণ, মানুহ আজি নিজে সৃষ্টি কৰা সমস্যাৰ লগত জৰ্জ্জৰিত। এক কথাত—অশান্তিৰ বহুলাংশ আমি নিজেই মাতি আনো। দ্বিতীয় কথা হৈছে, আশা আকাঙ্ক্ষাৰ ঊৰ্ধ্বগামী অভিলাষ। আকাশলঙ্ঘী আকাঙ্ক্ষাক চূড়ান্ত ৰূপ দি যোগ্যতাক হেয় প্ৰতিপন্ন কৰাৰ কাৰণেও অশান্তিত ভুগিব লগীয়া হৈছে। পৃথিৱীৰ চুকে কোণে আজি যি অশান্তি বিয়পি পৰিছে তাৰ কাৰণ অকল দৰিদ্ৰতা নহয়। নিজকে শ্ৰেষ্ঠৰ প্ৰতিপন্ন কৰিব খোজাৰ ইচ্ছা নাইবা জীৱনটোৰ প্ৰতি একেবাৰে অনীহা প্ৰকাশ কৰাৰ কাৰণেও অশান্তি নামি আহিছে। পৃথিৱীৰ আটাইতকৈ সভ্য বুলি দাবী কৰা দেশবোৰেও ইয়াৰপৰা পৰিত্ৰাণ পোৱা নাই। যি মানুহে নিজৰ থকাখিনিৰেই সন্তুষ্টতাৰ নাজানে তেওঁৱেই অধিক পোৱাৰ আশাৰে হাবাথুৰি খাই থাকে।

তেওঁলোকে নিজে নিজে হাঁহি-ধেমালি উৎসৱ আদি কৰিব নোৱাৰে। তেওঁলোকে উৎসৱ পাতে।

উৎসৱ কথাটো মানুহৰ সহজাত প্ৰবৃত্তি। মানুহ সভ্য হৈ অহাৰ লগে লগে তেওঁলোকৰ নিজা নিজা সাংস্কৃতিক বাহ্মোনেৰে উৎসৱ অনুষ্ঠান পাতে। পৃথিৱীত মানুহৰ বাহিৰে আন কোনো প্ৰাণীয়ে প্ৰণালীবদ্ধভাৱে উৎসৱ পালন কৰিব নোৱাৰে। সেই বাবে পশু-পক্ষীৰ উৎসৱ নাই। সংস্কৃতিৰ অংশ, এই উৎসৱক মানুহে নিজৰ ভিতৰতে আবদ্ধ নাৰাখি আজি বিশ্ব মানৱৰ লগত ইয়াৰ সুসম্পৰ্ক ৰক্ষা কৰি হৃদয়ৰ বিনিময় কৰিব ধৰিছে। সংস্কৃতিক জীয়াই ৰাখে দুখীয়া মানুহে। মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত লোকে তেওঁলোকৰ লগতে উৎসৱত সহযোগ কৰি ভাল পায়। কিন্তু এটা কথা মনত ৰাখিব লাগিব যে উৎসৱ মানে অপচয় নহয়। নহয় টকা-পইচাৰ অপচয় কৰাৰ অনুষ্ঠান। আনহাতে কৰ্মব্যস্ত মানুহৰ সময়ৰ অপচয়ও উৎসৱে সামৰি নলয়। উৎসৱ হ'ল—আমাক ঐহিক জীৱনৰ জ্বালা-যন্ত্ৰণাবোৰৰ পৰা ক্ষন্তেকলৈ হলেও পাহৰাই ৰখাৰ উৎস।

আচলতে নৱবৰ্ষ বুলি কোনো বছৰ নাই। মানুহে হিচাপৰ সুবিধাৰ বাবেহে বহাগ নাইবা জানুৱাৰী মাহক নতুন বছৰৰ মাহ বুলি কয়। প্ৰতিটো সৎচিন্তা আৰু সৎকৰ্মৰ আৰম্ভণিয়ে মানুহক নতুন মুহূৰ্ত, নতুন দিন বা বছৰৰ সন্ধান দিয়ে। আশুৱাই যোৱাত উৎসাহ আৰু প্ৰেৰণা যোগায়।

নদন-বদন শষ্য চপোৱা কামটো যদি আহিন নাইবা শাওণ ভাদ মাহতে কৰিব পাৰো তেনেহলে ভোগালিক টানি নিব পাৰো শাওণলৈ। কিন্তু প্ৰকৃতিক টানি অনাটো মানুহৰ পক্ষে এতিয়ালৈকে সম্পূৰ্ণভাৱে আয়ত্বাধীন হোৱা নাই। গতিকে অসমত বহাগৰ যি বক্তব্য তাক বহাগতে পাতিব লাগিব। তাকে আমি নতুন বছৰ বুলি নতুনৰ সম্ভাৱনাৰে বিহু উৎসৱ পাতিছো। কিন্তু আশা-আকাঙ্ক্ষা সদায় পূৰণ হয় মানোন নিজাক নতুনভাৱে প্ৰস্তুত কৰোতেহে। এই প্ৰস্তুতি হ'ল নিজৰ নিজৰ কামৰ প্ৰতি মোহ আৰু ইয়াক সুসম্পন্ন কৰাৰহে।

এইটো কথা কোনেও অস্বীকাৰ নকৰিব যে এজন মানুহ সুস্থ দেহ আৰু সুস্থ মন এটাৰ অধিকাৰী হ'বলৈ হ'লে উৎসৱ প্ৰয়োজন। পেটৰ ভোক পূৰাবলৈ মানুহক যেনেদৰে খাদ্য লাগে মনৰ ভোগ গুচাবলৈ মানুহক তেনেদৰে আনন্দ উৎসৱ লাগে। অতীজতে মানুহে আজিৰ দৰে বছৰ, মাহ, দিন, ক্ষণ নাইবা ঘড়ীৰ সময় চাই উৎসৱৰ আয়োজন কৰা নাছিল। তেওঁলোকে যেতিয়াই স্বতঃস্ফূৰ্তভাৱে আনন্দ উৎসৱৰ হেতু দেখা পাইছিল তেতিয়াই মন উজাৰি আনন্দ উৎসৱ কৰিছিল। উৎসৱক আমি তেতিয়াই উৎসৱ বুলি কওঁ যেতিয়াই সমাজৰ সকলো স্তৰৰ লোকৰ বাবে ই আনন্দদায়ক হৈ উঠে। সেয়ে বহাগ বিহু অসমবাসীৰ উৎসৱ।

অসমীয়া জাতিৰ আটাইতকৈ ডাঙৰ আৰু মোহনীয় উৎসৱটোৱে হ'ল বহাগ বিহু। অসমীয়া সমাজৰ সকলো স্তৰৰ লোকেই যেন এই দিন কেইটাৰ বাবে অতিকৈ ব্যগ্ৰ হৈ থাকে। বহাগ বিহু যদিও অসমীয়াৰ উৎসৱ, ইয়াক অসমত বসবাস কৰা সকলো মানুহে উপভোগ কৰে। অসমীয়া সংস্কৃতি বাবেবৰণীয়া আৰু এইখিনিতেই আমাৰ মহামিলনৰ সেতু। এই দিনতে প্ৰবাসত থকা ল'ৰা-ছোৱালী ঘৰলৈ ওভতে। জী-জোঁৱাই, শহুৰ-শাহুৰ শ্ৰীমুখ দেখাৰ ব্যগ্ৰতা। আত্মীয় প্ৰিয়জন নিজৰ নিজৰ কাষ চাপে। খোৱা-বোৱা, পিন্ধন-উৰণত আছে এটা প্ৰাণ চঞ্চল মন। এই সকলো মিলিয়ে হ'ল উৎসৱ। নতুন প্ৰেৰণাৰ থলি। খেতিয়কে পথাৰত নতুন সীৰলু খান্দি হাল বায়, শিপিনিয়ে শালত নতুন কাপোৰ বয়। ইয়াৰ উপৰিও গীত-মাত-নৃত্য আছেই। আৰু অতি সাম্প্ৰতিক কালত বিহু উৎসৱে আনি দিছে অসমীয়া সাহিত্যৰ জগতলৈ কবি, গল্পকাৰ, গীতিকাৰ, ঔপন্যাসিকৰ ন-ন সৃষ্টিৰ ভঁড়াল। সেয়ে বিহু উৎসৱ, সমাজৰ অভিভাৱক স্বৰূপ লেখকসকলৰ বাবেও প্ৰেৰণাৰ থলি।

## ॥ বন্ধ সংস্কৃতি ॥

দেশৰ প্ৰতিজন নাগৰিকে এটা কথা লক্ষ্য কৰি আছিছে যে আজি কিছু বছৰৰপৰা কোনো দাবী বা আক্ষেপত সংগঠনবোৰে বন্ধ পালন কৰি আছিছে। এই বন্ধবোৰত কাৰ কিমান ক্ষতি হৈছে তাৰ সমীক্ষা জুলিওৱাকৈও কব পাৰি যে এই ক্ষেত্ৰত আটাইতকৈ বেছি লাভবান হৈছে মাহেকীয়া বেতন ভোগীসকল।

আন্দোলন আৰম্ভ হৈছে, শেষ হৈছে। মাহেকীয়া বেতনভোগী সকলৰ দৰমহা কৰ্তন কৰাও হৈছে। পিছত আটাইবোৰ দৰমহা একেলগে পোৱাৰ ব্যৱস্থাও হৈছে। কিন্তু মাহেকীয়া বেতনভোগী সকলে এবাৰো ভাবি নাচালে যে এই বেতন কাম নকৰাকৈ লোৱা হৈছে। অথচ তেওঁলোকেই আটাইতকৈ বেছি ত্যাগ স্বীকাৰ কৰা বুলি প্ৰচাৰ কৰা হৈছে। এইবোৰ কথা বেলেগ বেলেগ মানুহে হয়তো বেলেগ বেলেগে ব্যাখ্যা কৰিব পাৰে কিন্তু সমাধান কোনেও দিব নোৱাৰে। 'আন্দোলন' বোলা শব্দটোৰ এনে এক অৰ্থৰ পৰ্যায় পাইছেগৈ যে আন্দোলনকাৰীৰ সকলোবোৰ অভাৱ পূৰণ কৰি দিলেও তেওঁলোক মনে মনে নাথাকে। কিন্তু মৌনতা অৱলম্বন কৰিব লগীয়া হয় কৰ্তৃপক্ষ। ফলত লিডাৰসকলে বুজাব নোৱাৰা অৱস্থা হয়। লিডাৰসকলৰ যেতিয়াই মচলা নোহোৱা হয় তেতিয়াই সহজ উপায় অৱলম্বন কৰে—বন্ধ। যদি সৰ্বসাধাৰণ ৰাইজে তেওঁলোকৰ সমানেই ত্যাগ স্বীকাৰ কৰিব লগা হয় তেনেহলে তেওঁলোক লিডাৰ হোৱাৰ প্ৰয়োজন কোনখিনিত? তেওঁলোকৰ নিজস্ব বুদ্ধিমত্তাৰে কৰ্তৃপক্ষক সৈমান কৰাব নোৱাৰি হাৰি যায় আৰু তেতিয়াই সাধাৰণ মানুহৰ ওপৰত বোজাটো জাপি দিয়ে—বন্ধ। নিজৰ অক্ষমতা প্ৰকাশ নকৰিবৰ কাৰণে লিডাৰবোৰে বন্ধ দিয়ে। কাৰণ তেওঁলোকে জানে

যে নিজৰ অক্ষমতা ঢকাৰ উপাই হ'ল—বন্ধ। বন্ধ পালে মানুহ আনন্দত আত্মহাৰা হয়। লিডাৰ বা নেতাবোৰকো আপোন আপোন যেন লাগে। সকলো সংগঠনৰে সাধাৰণ সদস্যসকলে এটা কথা জানে যে সমস্যাৰ উদ্ধাৰন কৰে লিডাৰবোৰে আৰু আন্দোলনৰ পৰিসমাপ্তিও ঘটে লিডাৰবোৰ এম, এল, এ, মন্ত্ৰী বা চেয়াৰমেন হোৱাৰ পাছত। এইবোৰ কথা এতিয়া এক দুধ্‌পোৱা শিশুৱেও জানে—তাক ঢাকনি দি ৰাখি লাভ নাই।

বন্ধৰ সময়ছোৱাত আমি যে নিজৰ কিবা কাম কৰো তেনেও নহয়। এইখিনি সময়ত আমি ঘৰত জলকীয়া বেঙেনাৰ পুলি এটাও ৰুবলৈ ইচ্ছা নকৰো। ঘৰৰ কুটা এগছকে চুবলৈ ইচ্ছা নকৰো। বন্ধৰ সময় ছোৱাত শুই শুই কটোৱাটোৱেই আমাৰ নিয়ম। যি কণ সময় চকু মেলো সেইকণ সময় টি ভিৰ পৰ্দাত চকু থওঁ। বন্ধ চাকচচ্‌ফুল হোৱাৰ ছবি চাই চাই নিজে নিজে বা বাঃ লওঁ। মুখ আমি দুবাৰেই মেলো। এবাৰ খাবৰ সময়ত আৰু এবাৰ আনক সমালোচনা কৰাৰ সময়ত। এনে ক্ষেত্ৰত জাতীয় সম্পত্তি বাঢ়িব কি গৰজত? বস্তুৰ দাম নাবাঢ়িব কি কাৰণত? নিষ্কৰ্মাক পৰ্বত প্ৰমাণ ওজৰ আপত্তিয়ে বেটি নধৰিবই বা কোন অজুহাতত?

আমি বাৰ মাহত তেৰটা দিবস পতাটো একোটা নিয়মৰ অনুষ্ঠানহে। আৰু এই নিয়মৰ বাবেই নিজৰ কাম বন বাদ দি বন্ধ পালন কৰো। ইয়াৰদ্বাৰা কোনো ধৰণৰ দেশ প্ৰেম বা বীৰপূজাৰ তিলমানো নাগৰিকৰ হৃদয়ত ভাবাবেগৰ উদ্ৰেক নহয়। কেঁচুৱা জন্মিলে যেনেকৈ অশৌচিয়া সবাহ পতাটো নিয়ম তেনেদৰে ঘৰত বা পথাৰত গৈ জাতীয় পতাকা উকৰাই জাতীয় সঙ্গীত গোৱাটো এটা নিয়ম। মানুহে দেশক কিয় ভাল পাব লাগে আৰু কেনেকুৱা কাম কৰিলে দেশক ভাল পোৱা বুজায়—সেই সেই কথা দেশৰ শতকৰা নবৈ শতাংশ মানুহেই নাজানে। যি সকলে জানে তেওঁলোকেও বহু সময়ত নজনাৰ ভাও জোৰে। এনে ক্ষেত্ৰত অসমৰ দৰে অতি পিছ পৰা এখন ৰাজ্যৰ মানুহে অকল অনুষ্ঠান পতাতে ব্যস্ত থাকি তেওঁলোক অধিক কৰ্মবিমুখ হৈ গৈছে।

আমাৰ বাতৰি কাকতবোৰতো কোনো মেধা শক্তিৰ পৰিচয়, দেশ বিদেশত পঢ়াৰ সা-সুবিধা, জ্ঞান-বিজ্ঞানৰ পৰিবৰ্তে বন্ধ সংস্কৃতি আৰু ৰাজনীতিত অধিক মনোনিৱেশ কৰিছে। আৰু সাধাৰণ পঢ়ুৱৈয়ে বাতৰি কাকত তেনেকুৱাই বুলি ভাবি পঢ়ি গৈ আছে। কিছুমান বাতৰি কাকত আৰু আলোচনী ঘৰলৈ নিব নোৱাৰা হ'ল। অথচ সেইবোৰ বাতৰি কাকতত মহিলা সমিতিৰ বিদ্ৰোহ ঘোষণা কৰি বন্ধ পালনৰ প্ৰচাৰ কৰা হয়—উলঙ্গ নাৰীদেহৰ প্ৰদৰ্শনৰ বাবে। আমাৰ কৰ্ম শক্তি আৰু চিন্তা শক্তিক পৰস্পৰে বিৰোধ কৰিবলৈ এনেবোৰ কাকতে আমাক অধিক ইন্ধন যোগাইছে।

আমাৰ অসমত এতিয়া আটাইতকৈ ডাঙৰ প্ৰয়োজনীয় কথা—কেন্দ্ৰই কি দিব সেইটো নহয়। এতিয়া প্ৰয়োজন হৈছে প্ৰতিজন অসমীয়াৰ চৰিত্ৰৰ সলনি কৰা আৰু অধিক কামত মনোনিৱেশ কৰাটো। অসমীয়া ছাত্ৰ-ছাত্ৰীৰ সৰ্বভাৰতীয় পৰীক্ষাত উত্তীৰ্ণৰ হাৰ এই গতিত চলিব লাগিলে অসমত দহোটা শোধানাগাৰ হলেও কামত নাহিব। হ'ল বুলি অকল 'কোটাই' কিমান টানিব? সৰ্বভাৰতীয় চাকৰি মানে অকল আই এ এছকে বুজায়। বেছি দূৰলৈ নগৈ আমাৰ অসমতে থকা কেন্দ্ৰীয়, অৰ্ধ কেন্দ্ৰীয় কাৰ্য্যালয়বোৰত চকু ফুৰালেই আমি নিশ্চিত হম যে আমি দিনক দিনে কোনফালে গৈ আছো? নে দুৱাৰ ঘৰ বন্ধ কৰি বন্ধকে পালন কৰি আহিছো?

এনেবোৰ আলোচনা সমালোচনাই অসমীয়া জাতিৰ উদৰ ইতিমধ্যে ব্যাধিগ্ৰস্ত কৰি তুলিছে। কোনো পেটেণ্ট ঔষধে কাম নিদিয়া হৈছে। এতিয়া প্ৰতিকাৰৰ উপায় হৈছে প্ৰাকৃতিক চিকিৎসা। চিকিৎসা বিজ্ঞানত এইটো হ'ল শেষ চিকিৎসা। আৰু আমি অসমীয়াই এই শেষ চিকিৎসা লবলৈ হলে—কাম কৰিব লাগিব। কামেই নিৰাময়ৰ উপায়। কেৱল কাম। নিজৰ দায়িত্বত থকা কাম। বন্ধ নহয়।

## ॥ অপসংস্কৃতিৰ এটলীয়া বাট ॥

কোনো এটা জাতিৰ খোৱা-লোৱা, পিন্ধা-উৰা, ভাষা-ধৰ্ম, ব্যৱহাৰ, শিক্ষা, কল্পনা, প্ৰেম আদিৰ ভালৰো ভাল গুণ খিনিকেই সেইখন সমাজৰ সংস্কৃতি বোলে। সংস্কৃতি শব্দই সংস্কাৰ কৰা বুজায়। মানুহৰ জীৱনৰ সকলো স্তৰতে সংস্কাৰ একেদিনাই হোৱা নাই। ই যুগ যুগ ধৰি মানুহৰ সাধনাৰ ফলহে। তথাপি মাজে সময়ে ই অপাত্ৰৰ হাতত আধুনিকতাৰ তাগিদাত কেতিয়াবা কেতিয়াবা সমাজখনক আওবাটে নিবলৈ চেষ্টা কৰে আৰু দুৰ্ভোগ ভোগায়। কিন্তু সংস্কৃতিক আপদাল কৰিব জনা লোকে নিজৰ সমাজখনকে সংস্কৃতিৰ মাজেৰে মহীয়ান কৰি তোলে।

বৰ্তমানে অসমীয়া সংস্কৃতিক আপডাল কৰিব দূৰৈৰ কথা, কিছুমান লোকে অপসংস্কৃতিক লাই দিয়াহে দেখা গৈছে। ইয়াৰ ফলত অসমীয়া সংস্কৃতিয়ে অনা-অসমীয়াৰ আগত কেতিয়াবা কেতিয়াবা ভুল ধাৰণাৰ উদ্ৰেক কৰিছে। আমি সামাজিকভাৱে অলপ সচেতন হলেই মাত্ৰ মুষ্টিমেয় কেইজনমানক অপসংস্কৃতিৰ গৰাহৰ পৰা ৰক্ষা কৰিব পাৰো। অনেকে আকৌ মঞ্চত ৰঙা নীলা লাইট জ্বলাই নাচ-গান কৰাটোকে সংস্কৃতিৰ আপডাল কৰা বুলি ভাৱে।

আজি আমি ইয়াত মাথো ধৰ্ম আৰু ব্যৱহাৰ সম্পৰ্কে চমুকৈ আলোচনা কৰিম। ধৰ্মই মানুহক আধ্যাত্মিক জ্ঞান দিয়ে। মই কোন আৰু মোৰ চাৰিওফালে থকা জীৱবোৰনো আচলতে কি? ইয়াৰ সহজ ব্যাখ্যা দাঙি ধৰিবলৈ হলে আমি দয়া, প্ৰেম, শান্তি কি বস্তু তাক জানিব লাগিব। দয়া, প্ৰেম, শান্তি আদিৰ অৰ্থ বুজিবলৈ কোনো পণ্ডিতৰ প্ৰয়োজন নাই। একেবাৰে অশিক্ষিত ব্যক্তিজনেও নিজৰ ধ্যান-ধাৰণা এটা মিনিটৰ বাবে খৰচ কৰিলেও ইবোৰ শব্দৰ অৰ্থ পৰিষ্কাৰ হৈ পৰে।

ভোগালি বিহুৰ উৰুকা আহিলে মানুহৰ মনত আনন্দ লাগিব লাগিছিল। পিছে নাহে। আজি কালি ভোগালি বিহুৰ উৰুকা অহা মানেই এক সন্ত্ৰাসৰ সৃষ্টি হোৱা। কাৰণ, উৰুকাৰ ৰাতি কাৰ চকী, মেজ, বেঞ্চ, জেওৰা গৈ জুইত জাহ যাব তাৰ ঠিকনা নাই। উৰুকাৰ নিশা চোৰ কৰা সামগ্ৰী জুইত জাহ দিয়াৰ পিছত ৰাতিপুৱা গৃহস্থই যেতিয়া গালি গলাজ পাৰিবলৈ আৰম্ভ কৰিব তেতিয়া চোৰৰ মাক বাপেকহঁতে অজান তৃপ্তিত হাঁহি থাকে। গতিকে চোৰে আসৈ পায় আৰু অহা বছৰৰ বাবে ভালদৰে প্ৰস্তুত হয়। উৰুকাৰ নিশা ভোজ ভাত খাবৰ কাৰণে 'দান', 'বৰঙণি' আদায় কৰিবলৈ যোৱা বৃকোদৰ সদৃশবোৰক দেখিলেটো দাতাৰ পেটতে হাত ভৰি লুকায়।

দ'লযাত্ৰা আহিলে দোকানবোৰত ফাকুগুড়িৰ লগতে বিভিন্ন বিষাক্ত ৰঙ বিক্ৰী হৈ থকাটো বাৰু কাৰ চকুত পৰা নাই? কোনোবাই আপত্তিয়ে কৰিছে নে নিকিনাকৈয়ে আছে? হেন জানি বহুলোকেই ইতিমধ্যে ফাকুৱা আহিলে বাহিৰৰপৰা টলা লগাই ঘৰৰ ভিতৰত সোমাই থাকে। এনে সুন্দৰ সৰ্বভাৰতীয় উৎসৱ এটা বহুতেই উপভোগ কৰিবলৈ ভয় কৰা হ'ল। বহুতক আকৌ নিচাৰ ৰাগীত কামদেৱৰ বাপেক হৈ ঘূৰি ফুৰাও দেখা যায়।

এইটোনো কি প্ৰথা আহি সোমাল যে লক্ষ্মীপূজাৰ দিনাখন মানুহৰ ঘৰলৈ শিলগুটি দলিয়াব লাগে? লোকৰ ঘৰত আযনা গুড়ি কৰি তৃপ্তি পোৱা 'এইবিধে' কিন্তু নিজৰ ঘৰত সন্ধিয়া বাহুলি এটাও পৰিব নিদিয়ে। সততে সতৰ্ক দৃষ্টি ৰাখে। আনৰ ঘৰলৈ নিক্ষেপ কৰা শিলটিলৰ দলিত কোনে চকু খালে, কোনে খেদি আহিল আদি আলোচনা কৰি মাক-বাপেকৰ আগত বগৰ কৰে।

মধ্য অসমৰ কোনো কোনো জাগাত দেখিলো দ'লযাত্ৰাৰ ৰাতি মনে মনে আহি গৃহস্থৰ চোতালত নাঙলেৰে হাল বাই থৈ যায়। ৰাতিপুৱা গৃহস্থৰ কাম হ'ল চোতালখন সমান কৰা।

বহাগৰ মাহটোত অবুজ শিশুহঁত চাৰি পাঁচজন লগ হৈ গাঁৱৰপৰা বেল মটৰেৰে আহি অনা অসমীয়া ব্যৱসায়ীৰ দোকানৰ সন্মুখে

"বিহু মাৰি" কথাটো বেয়া দেখি বুলি কৈ এৰাই থওঁ। চলন্ত গাড়ীৰ সম্মুখত 'বিহুমাৰি' পইচা তোলাটো বেয়া বুলি কওঁ। কিন্তু সিহঁতৰ অভিভাৱক নাইবা গাঁৱৰ দায়িত্বশীল ব্যক্তিসকলে জানি শুনিও এই শিশুহঁতক শুধৰিতে বাধা নিদিওঁ।

বিশ্বকৰ্ম্মা পূজাৰ গোটেই নিশা ফুল ভলিউমত মাইক বাজি থাকিব লাগিব। নহলে মানুহে 'সেইথন' সক পূজা বুলি কব। টকা পাইচা নোহোৱা অনুষ্ঠান বুলি কব। উদ্যোক্তা সকলে এনেকুৱা অপমান সহ্য কৰে কেনেকৈ? প্ৰতিমা বিসৰ্জন দিবলৈ শোভাযাত্ৰা উলিয়াওতে ট্ৰাকৰ ওপৰৰপৰা নাচি নাচি বাটকৰাৰ চকুলৈ মুঠি মুঠি চাউল চটিয়াব লাগিব। কোন সময়ত শোভা যাত্ৰাই অশুভ যাত্ৰাৰ সূচনা কৰে তাৰ কোনো ঠিকনা নাই।

ভেকুলী বিয়া পাতি বৰুণ দেৱতাক স্তুতি কৰাটো এক আমোদজনক উৎসৱ। পিছে ভেকুলী বিয়া পাতি মানুহৰ ঘৰে ঘৰে গৈ ঢেঁকী চুৰ কৰি বাৰীৰ পিছত, জাৰণিৰ মাজত লুকুৱাই থৈ যেন বেছি তৃপ্তি পাওঁ।

মদ খাই জুৱা নেখেলিলে জানো দেৱালী উৎসৱ সম্পূৰ্ণ উপভোগ কৰিব পাৰি? দেৱালীৰ ফট্‌কা মানুহৰ গালৈ দলিয়াই নিদিলে যেন হিলৈৰ শব্দটো অবাবতে গ'ল।

পুৰুষৰ নেগাৰা নাম দৰং আৰু কামৰূপত এক ধৰ্মীয় অনুষ্ঠান। কিন্তু বৰ্তমানে নেগাৰা নাম এনেকুৱা এক বিকৃত ৰূপত পৰিৱেশন কৰা হয় যে তাত ভক্তৰ আধ্যাত্মিক ভাৱটো নাহেই বৰঞ্চ ধৰ্মীয় পৱিত্ৰতাকণো হেৰাই যোৱাৰ আশঙ্কাই দেখা দিছে। ইয়াৰ নামবোৰত দেৱতাৰ নাম নাইবা পৌৰাণিক আখ্যানবোৰৰ ঠাইত চলিত ঘটনা আৰু ব্যক্তি স্তুতিত পৰিণত হৈছে। কোনো কোনো সময়ত নেগাৰা নামৰ নিজস্ব সুৰ আৰু লয় ত্যাগ কৰি বিয়া নাম, লোক গীত, নিচুকনী গীত আদিৰ সুৰ আৰু নাটকৰ সংলাপ ৰূপী প্ৰলাপে প্ৰাধান্য লাভ কৰিছে। সেইদৰে নেগাৰাৰ বাজনা আৰু ভোৰতালৰ চাববোৰও এক বিশদৃশ ৰূপ লৈছে। সময়ৰ চেদ ভেদ নামানি নিশা দুই আঢৈ বজালৈ এই

হুট্টগোল যেন ওচৰৰ মানুহে বিনা দ্বিধাই ধৰ্মীয় অনুষ্ঠান বুলি মানি লৈছে।

এনেদৰে এশ এটা আৰু উদাহৰণ দিব পাৰি যিবোৰৰদ্বাৰা অসমীয়া সংস্কৃতিক এক সতিনী জ্বালাই নিতৌ দেই পুৰি নিব ধৰিছে।

প্ৰতিটো জীৱই আনক কষ্ট দি নিজে জন্ম গ্ৰহণ কৰে। সেইবাবেই দুবলা জীৱবোৰে তাৰ জীৱিত কালত আনক কষ্ট দিয়ে তৃপ্তি লাভ কৰে। মানুহ হ'ল ইয়াৰ এটা উত্তম উদাহৰণ। অপসংস্কৃতিও এনেকৈয়ে ঠন ধৰি উঠে।

আমাৰ সমাজৰ সংস্কৃতিৰ প্ৰচাৰকসকলৰ বহুতেই নিজৰ বিদ্যাখনো অসমীয়া সংস্কৃতিৰে সম্পন্ন নকৰে। ফলত বহুতৰেই 'অচিন কাঠৰ খোৰা' লাগে। মৃত স্বামীৰ জলন্ত চিতাত জীয়া স্ত্ৰী পুৰি মৰা বাবে ৰাজা ৰামমোহন ৰায়ে বাধা দিছিল। এতিয়া সেই একেই 'সতী'য়ে জীয়া স্বামীৰ সম্মুখত যেতিয়া কেৰাচিন গাত ঢালি জুইত পুৰি মৰে তাক কোনে বাধা দিব পাৰিছে বাৰু?

## ॥ বদনাম ॥

বদনাম হ'ল, অপযশ বা দুৰ্নাম। কথিত ভাষাত দোষত পৰা মানুহক বদনীয়া বুলি কয় আৰু দোষত পৰা তিৰোতাক বদনীয়ানী বুলি কয়। বদনাম দুবিধ,—সঁচা বদনাম আৰু মিছা বদনাম। মিছা বদনামৰ উৰ্বৰা স্থলি হ'ল অসমীয়া সমাজ। এইখন সমাজৰ মানুহে আনৰ বদনাম গাই বৰ ৰস পায়। ইয়াত লিখকে লিখকৰ বদনাম গায়। কবিয়ে কবিৰ বদনাম গায। গায়কে গায়কৰ বদনাম গায়। চিত্ৰকাৰে চিত্ৰকৰৰ বদনাম গায়। আনকি নিজৰ ঘৰখনতে শাহুৱেকে বোৱাৰীৰ বদনাম গায়।

বিযাৰ বজাৰত বদনাম হ'ল এটা অতি ক্ষতিকাৰক অপবাদ। আপোনাৰ ল'ৰা যিমানেই বদমাচ নহওঁক কিয় বিয়াৰ সময়ত কিন্তু আপুনি এজনী ভাল ছোৱালীৰহে সন্ধান কৰে। সেইদৰে আপোনাৰ ছোৱালী যিমানেই বনৰী নহওঁক কিয় বিয়া দিয়াৰ সময়ত কিন্তু বদনাম নথকা ঘৰৰ ভাল ল'ৰা এজনৰ অন্বেষণত আপুনি ব্যস্ত। নিজৰটো ঢাকি আনৰ ভালটো কেনেকৈ সংগ্ৰহ কৰিব পাৰি তাৰ আশাতে আপুনি সদা আগ্ৰহী। আনহাতে আপুনি নিজেও যদি ভাল হয় তথাপি দুষ্ট মানুহে আপোনাক বদনাম দিব পাৰে। মিছা বদনাম সেইটোকে কয যিটোত মানুহে কিছুমান দোষ নাইবা খুঁত উলিয়াই কথাৰ ৰহণ সানি আনৰ গাত জাপি দিযে। আপোনাৰ বদনাম গাব খোজা মানুহে প্ৰথমতে কিছুমান 'লুজ টক' অৰ্থাৎ চুলচুলীয়া কথা কোৱা মানুহক বাচি লয। এনেবোৰ মানুহৰ আগত বদনাম ৰটিলে খুউব সোনকালে প্ৰচাৰ হয় আৰু ইয়ে অতি সোনকালে ক্ষতি কৰে। মুঠতে ভুল বুজা বুজিৰ সৃষ্টি কৰিবৰ বাবেই কিছুমান মানুহে মিছা বদনাম ৰতি ফুৰে। মিছা বদনামৰ ভয়ত আজিকালি ল'ৰা-ছোৱালীৰ

বিয়াৰ তাৰিখ ঠিক হৈ থাকিলেও অভিভাৱকে অন্ততঃ এমাহমানৰ আগতে কাকো জানিবলৈ নিদিয়ে। ৰাজনীতিত যিয়ে যিমান বদনাম ৰটিব পাৰে সিয়ে সিমান মুনাফা আদায় কৰিব পাৰে। কইনা ধৰক বেয়া পোৱা মানুহ এঘৰৰ ওচৰত যদি আপুনি আপোনাৰ ল'বাৰ সম্বন্ধ কৰাৰ ইচ্ছাটো ব্যক্ত কৰে তেনেহলে তেওঁ হয়তো আন একো নাপালেও কব—"এনেয়ে ভালেই আছিল। পিছে ছোৱালীজনীয়ে মতা ল'ৰাৰ দৰে ভৰিৰ গোৰোহা মাটিত পেলাই খোজ কাঢ়ে।" —আপোনাক এনে এটা ধাৰণা সুমুৱাই দিলে যেন ছোৱালীজনী কুলক্ষণীয়া। বিয়াত আপুনি যিমানেই ভাল ভাল বস্তুৰে আপ্যায়িত নকৰক কিয়— বদনাম হবই। আপুনি হয়তো বিয়া-বাৰু বা অন্য সকামত বিভিন্ন চিন্তাত নিমজ্জিত হৈ আছে। নিমন্ত্ৰিত আলহীয়ে কিন্তু সেইটো কথা নাভাবে। আলহীক দুৱাৰ মুখতে হাঁহি এটা মাৰি মাতষাৰ নিদিলে সেইটোকে বদনাম গাবলৈ।

বদনাম বেছি প্ৰেমিকাৰ। বদনাম বেছি পলিটিচিয়ানৰ। আৰু বদনাম বেছি পোৰ-পৰিবাৰৰ অৰ্থাৎ বোৱাৰীৰ। বদনাম ৰটি ফুৰি ভাল পোৱা মানুহৰ এই তিনিবিধ প্ৰাণী সহজতে চকুত পৰে। এই কেইবিধ প্ৰাণীৰ অসুবিধাটো হ'ল—এওঁলোকে ওলোটাই বদনাম গাব নোৱাৰে। যিকোনো ৰাজহুৱা কামত বিষয়ববীয়া হৈ সোমালেও মানুহে বদনাম গাবলৈ সুবিধা পায়। পূজা কমিটি, বিহু কমিটিৰ চেক্রেটাৰী এই বদনামৰ পৰা সাৰি যাব নোৱাৰে। আনহাতে ধৰক আপুনি এজন ব্যস্ত ঠিকাদাৰ। দিন ৰাতি সমান কৰি, ৰ'দ বতাহক আওকাণ কৰি আপুনি কাম কৰিছে আৰু ধন ঘটিছে। গতিকে আপোনাৰ টকা পইচা নহৈ যিজনে ৰাতিপুৱা ন বজাত বিছনাৰপৰা উঠে আৰু চাকৰীৰ নামত ফাকিৰ মাজেৰে দিনটো কটাই আহি আকৌ বিছনাত পেট পেলাই পৰি থাকে তেওঁৰ টকা পইচা হব নে? অথচ পিছৰ জাত মানুহে আপোনাৰ বদনাম গাব "টকা মাৰিছে" বুলি। যথেষ্ট পৰিশ্ৰমী মানুহক ধোদৰ পচলাই বদনাম গালে বেয়া নালাগে নে বাৰু? আকৌ আজিকালি নতুন এচাম ডেকা গাভৰু ওলাইছে—

তেওঁলোকৰ নিজৰ বাপেকে কেনেদৰে ধন সংগ্ৰহ কৰিছে সেইটোলৈ পিঠি দি আনে কেনেকৈ ধন সংগ্ৰহ কৰিছে তাতহে বেছি নজৰ দিয়ে। প্ৰথমতে নিজৰ নেগুৰৰ গোবৰ যে আঁতৰাব লাগে সেইটো নাজানে।

নিজৰ ঘৰখনত বদনাম আছে বহু কাৰণত। সমাজৰ যিবিলাক কাম সামাজিকভাৱে স্বীকৃত সেইবোৰ কামৰ ব্যতিক্ৰম ঘটিলেই ঘৰখনৰ বদনাম আহে। আনহাতে সমাজ বিৱৰ্তনৰ লগে লগে সামাজিকভাৱে স্বীকৃত কিছুমান কাম যে এতিয়া অচল হৈছে তাৰ প্ৰতিক্ৰিয়া স্বৰূপেও ঘৰ এখনৰ বদনাম আহিব পাৰে। কিন্তু সহজ ভাৱে, ঘৰখনৰ প্ৰতিজন ব্যক্তিয়ে যদি নম্ৰতা আৰু সাধুতাৰে আনৰ হৃদয় জয় কৰিব পাৰে তেনেহলে নিজৰ ঘৰখনক বদনামৰ পৰা কিছু পৰিমাণে বচাই ৰাখিব পাৰি।

বদনামৰ প্ৰতিক্ৰিয়া যুগে যুগে চলি আহিছে। শ্ৰীকৃষ্ণই বদনামৰ ভাগী হৈ মাকৰ কাণমলা খাব লগীয়াত পৰিছিল। চৰম পতি ভক্তি দেখুৱাইও সীতাই অকল বদনামৰ বাবেই পেটত কেঁচুৱা লৈ দেশান্তৰ হ'ব লগীয়াত পৰিছিল। বংশ আৰু দেশৰ বদনামৰ বাবেই জানো বিভীষণে পূজনীয় জেষ্ঠশ্ৰী ৰাৱণৰ সঙ্গ ত্যাগ কৰা নাছিল? মাহাভাৰতত অনেক চৰিত্ৰ আছে যিবোৰত—"বিয়া কৰাইছিল কোনে আৰু পুত্ৰ হ'ল কাৰ? বুলি উৱহীৰ ওৰ বিচাৰে তেনেহলে আপুনি নিজেই বদনাম গোৱা আৰম্ভ কৰিব। ইন্দ্ৰ, বৰুণ, কুন্তী, মাদ্ৰী, সূৰ্য্য, যম, অগ্নি আনকি স্বয়ং ব্ৰহ্মাও সঁচা বদনামৰ ভাগী হৈ আজিও পূজ্য হৈ আছে।

আজিকালিও জ্ঞানী ভদ্ৰলোকে বদনামৰ বোকাত পৰি গা ধুই তৰণি নোপোৱা অৱস্থা। এটি মাথোঁ ৰেল দূৰ্ঘটনাত তেতিয়াৰ ৰেল মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে পদত্যাগ কৰিছিল। এসময়ৰ মহাৰাষ্ট্ৰৰ অপ্ৰতিদ্বন্দ্বী নেতা আব্দুল ৰহমান আণ্টুলে মাত্ৰ কেইবস্তামান চিমেণ্টৰ বদনামতে মুখ্যমন্ত্ৰীৰ আসন ত্যাগ কৰিব লগীয়া হৈছিল। মাত্ৰ সিদিনা গোৱাৰ বিধান সভাৰ অধ্যক্ষ দয়ানন্দ নৰৱেকাৰক নাৰী সংঘটিত

বদনামত পদত্যাগ কৰিব লগীয়া হ'ল। অতি সাম্প্ৰতিক ঘটনাত বৰ্কট ৰবটোপ বদনামত ৰাজীৱ গান্ধী লুতুৰি পুতুৰি হৈছিল।

আজিৰ দিনটোত শুনিলেও আচৰিত যেন লগা অথচ একেবাৰে সত্য যে মাত্ৰ চল্লিশ পঞ্চাশ বছৰ আগতে আমাৰ অসম মুলুকতে গাভৰু ছোৱালী স্কুললৈ গলে বদনামৰ ভাগী হ'ব লাগিছিল। সিদিনালৈ মাথো ভাই-বোৱাৰীয়েকে ৰৰজনাৰ লগত কথা পাতিলে বদনামৰ ভাগী হ'ব লাগিছিল।

কেতিয়াবা দিয়া থোৱাত হীন দেৰী হলেও বদনামৰ ভাগী হব লগীয়া হয়। বিশেষকৈ বিয়া-বাৰুৰ ক্ষেত্ৰত জোৰণৰ বস্তু এপদ কম হলেও জোৰণ দিয়া মানুহক কথা শুনায়। তেনেদৰে দিব পৰা কন্যা দাতাই যদি নিজৰ কন্যাৰ যৌতুকত দিব লগীয়া খিনিও নিদিয়ে তেনেহলে দৰা ঘৰৰ মানুহে বদনাম গায। ছোৱালীজনী নাঙঠ কৰি পঠিওৱা বুলি যোৰা নাম যোৰে।

বদনামৰ ভয়ত কিছুমান কাম নকৰাকৈও থাকিব নোৱাৰি। সমাজৰ কোনোবাই বদনাম গাব বুলিয়ে নৃত্য অভিনয় নকৰাকৈ থাকিব নোৱাৰি। কোনোবাই কিবা কব বুলিয়েই জানো ছোৱালীয়ে খেল ধেমালিত অংশ গ্ৰহণ নকৰাকৈ থাকিব ?

কেতিয়াবা কেতিয়াবা সময়ৰ ব্যবধানৰ কাৰণেও বদনামৰ ভাগী হব লগীয়া হয়। ধৰি লওঁক ঠিক হৈ থকা ছোৱালীজনীৰ লগত আপোনাৰ ল'ৰাৰ হলি গলি বেছি হৈছে। আপনিহে ভাদ যাওঁক, আহিন যাওঁক বুলি বিয়াখন পিছুৱাই আছে। পিছে সিইঁতে জানো কামত পিছুৱাই আছে ? অৱশেষত হব খোজা বোৱাৰী গাৰ ভৰত বাটত ওলাব নোৱাৰা হোৱাতহে কেঁচা ধান কেঁচা কল কাটি ল'ৰালৈ বিযা কৰাই আনিলে। আপুনি নাতীৰ মুখও দেখিলে। পিছে বদনাম গোৱা মানুহৰ অভাৱ নাই। যি মানুহে বংশৰ মিটিৰ কুটুম বুলি আপোনাৰ চোতালত বিয়াৰ জলপান খাই গৈছিল সেই মিটিৰ কুটুমেই লোকৰ আগত পবালি আঙুলিৰ মূৰত মাহ লেখিব আৰু ফিচিঙা ফিচিঙিখন কৰিব। তেতিয়া আপুনি কাৰ মুখত সোপা দিবলৈ যাব হেৰি ?

বদনামৰ ভয়ত বহুতো মানুহে বিপদত পৰা ছোৱালী বা ডেকেৰীক ঘৰত আশ্রয় অকণ নিদিয়ে। বদনামৰ ভয়ত বহুতো সিদ্ধ পুৰুষে ৰাজহুৱা দায়িত্ব মূৰ পাতি নলয়। বদনামৰ ভয়ত দুখীয়া ভিৰোতাক মতা মানুহে টকা পইচাৰে সহায় নকৰে। বদনামৰ ভয়ত বহুতো অভিভাৱকে ল'ৰা-ছোৱালীক ৰাজহুৱা মঞ্চত গান গাবলৈ, নাচিবলৈ নাইবা অভিনয় কৰিবলৈ নিদিয়ে। কিন্তু এটা কথা মনত ৰখা উচিত যে বদনামক ভয় কৰা মানুহ সকলো দিশতে আগবাঢ়ি যাব নোৱাৰে। কাম কৰিলেহে মানুহ বদনামৰ ভাগী হয়। নিষ্কৰ্মাৰ বাবে বদনাম যেনেকৈ নাই সংনামো তেনেকৈ নাই।

## ॥ বজাৰ সমাৰ ॥

যাঠিৰ দশকৰ পিছৰপৰা বয় বস্তুৰ দাম যি উৰ্দ্ধ গতিত বাঢ়ি গৈ আছে অৰ্থাৎ টকাৰ মূল্য যি নিম্ন গতিত কমি গৈ আছে, আৰু কেইবছৰমান পিছত বজাৰ কৰিবলৈ গ'লে মানুহে টকাৰ বাণ্ডিল থৈলাৰ মোনাত ভৰাই নিব লাগিব আৰু বজাৰ কৰা বস্তু হাতৰ মুঠিত নাইবা চোলাৰ জেপত আনিব লাগিব। বজাৰ কৰিবলৈ যাওঁতেহে খিল্লা লাগিব ঘূৰি আহোতে খোজ কাঢ়িও আহিব পৰা যাব। মাইকী মানুহৰ ভেনিটি বেগ ডাঙৰ হব লাগিব আৰু মতা মানুহৰ ব্যাগি চোলাত ব্যাগি মোনা তৈয়াৰ কৰিব লাগিব।

আজি কালি টাউন চহৰ আৰু গাঁওবোৰতো পুৰুষ প্ৰধান পৰিয়ালৰ মহিলাই বজাৰ কৰাৰ চখ বাঢ়িছে। পুৰুষক সকাহ দিয়াৰ চলেৰে ঘৰৰ ভিতৰত আবদ্ধ হৈ থকা সময়কণৰ পৰা মুক্তি পাবৰ বাবেই এই আগ্ৰহ বেছি। তদুপৰি টকা পইচাৰ মোনাখন গধুৰ হলে এনেয়েও বজাৰ কৰি ভাল লাগে। যাৰ মোনা ডাঙৰ নহয় তেনে মহিলাই ঘৰৰ অতি লাগতিয়াল খিনি কিনি উঠি বাকীবোৰ অ'ত ত'ত লাৰি চাৰি চাই আহি মনটোত শুত লগায়। মানুহৰ অভাৱ আকাঙ্ক্ষাৰ শেষ নাই। কিন্তু এজাপ নোটেৰেও সেইবোৰ পূৰণ কৰিব নোৱাৰি। কিছুমান বজাৰত কিছুমান মহিলাই সদায় বজাৰ কৰাকে দেখিব। তেওঁৰ ঘৰখনত শাক-পাচলিৰ বাহিৰে কি ইমান বস্তু লাগে যে সদায় বজাৰ নকৰিলে নহয়? আচলতে তেওঁ নিজৰ ঘৰখনত নিজৰ বাবে আজৰি সময়ত কাম উলিয়াই লব জনা নাই আৰু সোয়ে গিৰিহঁত ওলাই যোৱাৰ পিছতে তেৰোঁ কাপোৰ নাইবা কচ্‌মেটিক বস্তুৰ দোকানে দোকানে ঘূৰি ফুৰা দেখা যায়। পিছত ইয়ে গৈ এক অভ্যাসত পৰিণত হয়। পাঁচটকীয়া বিশেষ

দৰকাৰ নোহোৱা বস্তু এটা কিনিবৰ কাৰণেও তেওঁ বাহুত ছুটকা খৰচ কৰে। সময়ৰ অপচয়টো আছেই। তদুপৰি মহিলাই বজাৰ কৰাত বেপাৰীবোৰৰ এটা বিশেষ সুবিধা আছে। তেওঁলোকে মহিলা গ্ৰাহকৰপৰা দুপইচা বেছিকৈ সৰকাব পাৰে। পুৰুষ গ্ৰাহকৰ দৰে এওঁলোক খাৰাংখাচ নহয়। সঘনে বজাৰ কৰি ঘূৰি ফুৰা মহিলাই অনা-অসমীয়া বেপাৰীৰ লগত বন্ধুত্ব পতাও দেখা যায়। পাৰমানেণ্ট কাষ্টমাৰ বুলি প্ৰথমতে মিঠা পাণ, তাৰ পিছত কোল্ড ড্ৰিঙ্ক আৰু কেইদিনমান পিছত ৰেষ্টুৰেণ্টত ৰোষ্ট বা কাটলেট্। তেওঁলোকেটো নাজানে যে তেওঁলোকৰ পইচাৰেই তেওঁলোকৰ জোৰা মাৰিছে ? অসমত মহিলাই প্ৰথমতে নিজৰ কাপোৰখিনিহে ( মাইকী মানুহৰ কাপোৰ ) বজাৰ কৰিছিল। লাহে লাহে দাইল-চুল কিনাত লাগিল। নিজে ৰান্ধিব খোজা তৰকাৰীখিন মিলাবৰ বাবে শাক-পাচলিৰ দোকানটো সোমোৱা হ'ল। এতিয়া বাথৰুমৰ ইপদ সিপদ কিনি ঘৰ সজা সঁজুলিও কিনিব পৰা হৈছে। মহিলাসকল শিক্ষিত হৈছেতো ! মহিলাসকল চেণ্ট পাৰ্চেণ্ট শিক্ষিত হলে বোলে পিতৃ প্ৰধান সমাজত মতা মানুহবোৰ কেৱল ভাড কটিওৱা কাকা নাইবা কাঞ্চা হব লাগিব। যি কয় তাকে শুনিব লাগিব।

উত্তৰ পূৰ্ব ভাৰতৰ বাহিৰে ভাৰতৰ কোনো ঠাইতে খোৱা বস্তুৰ ইমান বেছি দাম নহয়। বৰ্তমান উত্তৰ পূৰ্ব ভাৰতৰ প্ৰদেশ কেইখনত যি কেইখন চহৰ আছে আৰু তাত যিবোৰ বস্তু বজাৰত কিনিবলৈ পোৱা যায় তাৰ দাম আচলতে কিমান হব লাগে তাক বেপাৰীৰ বাহিৰে আন কোনেও নাজানে। গতিকে বেপাৰীহঁতে যাৰ যি খুচি তাকে লৈ আছে। আজি বাচন-বৰ্তন, কাপোৰ আৰু খাদ্য সামগ্ৰীৰ দাম কিয় ইমান বেছি হব লগীয়া হ'ল তাক কোনেও সোধাৰ প্ৰয়োজন বোধ কৰা নাই। যিয়ে যি দাম বুলি কৈছে মানুহে বিনা প্ৰতিবাদে তাকেই কিনি লৈ আহিছে। তাতে আকৌ এক নম্বৰি, দুই নম্বৰী মাল। ক'লা বজাৰ, বগা বজাৰৰ মাল। এতিয়া আকৌ এচাম মানুহ ওলাইছে—তেওঁলোকৰ মতে বেছি দাম মানেই ভাল

বস্তু। বজাৰৰ বস্তুৰ দাম উৰ্দ্ধগামী কৰাত এওঁলোকে ৰব সহায় কৰে।

ঘৰৰ বাজেটখন তৈয়াৰ কৰিবলৈ গৈ আপুনি কিমান জেঙা মাৰিব? ইলেকট্ৰিচিটিৰ যিটোহে লুকা ভাকু খেলা অৱস্থা? আপুনি মিটাৰৰ ৰেণ্ট দিয়ক, কেৰাচিন তেলও কিনক, মমবাতিও যোগাৰ কৰি ৰাখক। ইটো মাহত পানীৰ পাইপ ফাটিলে, সিটো মাহত ইলেকট্ৰিচিটিৰ আচহুৱা বিল। ৰাস্তাত সাতুৰিয়ে যাওঁক বা নাও চলায়েই যাওঁক, জাবৰৰ গোন্ধই হওঁক বা মৰা ঘোঁৰাৰ গোন্ধই হওঁক—মিউনিচিপালিটিৰ খাজনাৰ থকটোয়ে আছেই। তাতে যদি আকৌ আঠাইশ তাৰিখে ভাত ৰন্ধা গেছ নোহোৱা হ'ল—তেনেহ'লে লাগিল লেঠা। সকলো দোকানীৰ মিঠা মাতষাৰ এনেয়ে পালেও গেছৰ দোকানীৰ মাতষাৰ আপুনি কিনিব লাগিব। তেহে যদি চিলিণ্ডাৰ এটা ভাগত পৰে। মাছ-মাংস আদিৰ কথা পাহৰিবৰ হ'ল। আমিষ আহাৰে পেট নষ্ট, স্বাস্থ্য বেয়া কৰে বুলি শ্লোগান উলিয়াবৰ হ'ল। আমেৰিকাত মানুহে ব্ৰেক টি খায় গতিকে আমিও ব্ৰেক টি খাব লাগে বুলি গাখীৰৰ কথা পাহৰিবৰ হ'ল। আমি বিদেশীক নকল কৰিব জনা মানুহ যেতিয়া এইবোৰ কৰাত একো অসুবিধা নাই। তেখেতৰ যদি দৰমহা বাঢ়ে বিছৰ হাৰত বস্তুৰ দাম বাঢ়ে চল্লিশৰ হাৰত। কুকুৰৰ মুখতে তিনিশ টকা যায় বুলি জোতা ফণ্টা বাৰান্দাত থব নোৱাৰা হ'ল। মুঠতে জুই চাই। সেইবুলি জানো কোনোবাই নিকিনাকৈ আছে? পকেটত পইচা থাকিলে মানুহে গুৰু গোঁসাই নামানে। পইচা যাওঁক বস্তু লাগে। আজিকালি বিয়াৰ বজাৰবোৰত 'সাধাৰণ'ভাৱে কৰা হয়। দাম বেছি কাৰণে ঘি আৰু পুৰোহিতক বাদ দি ৰখা হয়। কিন্তু অতি কমেও সাতোটা কাপোৰৰ চেট্, তিনিটা গহনাৰ চেট্ নহলে দিওঁতাৰো লাজ লাগে, লওঁতাৰো লাজ লাগে। টোকোনাৰ জাত বুলি বিয়া নাম গাব। নিমন্ত্ৰণী অতিথিয়ে ৰেপচিদ তেলৰ লুচি তৰকাৰী আৰু ভেজাল মিঠাই খাই হাগি থাকে মানে আৰু এখন নিমন্ত্ৰণী চিঠি আহি পৰে। নিমন্ত্ৰণ মানেই উপহাৰ। বিয়াৰ প্ৰেজেণ্ট। কম দামৰ গধুৰ প্ৰেজেণ্ট

বিচাৰৰ লগতে ছুটামান এণ্ট্ৰকুইনল আৰু চালফা গুৱানিন। এই আটাইবোৰ কথা আপোনাৰ বজাৰৰ ভিতৰতে পৰে।

ধুতি, পায়জামা, চাদৰ মেখেলা আদিৰ বৰ দাম হ'ল। এতিয়া পথৰা লুঙ্গী আৰু মাই মাই নাইটীৰ যুগ। দুয়োবিধ বস্তু বেছি দামৰো পায়, কম দামৰো পায় আৰু প্ৰয়োজন হ'লে ইলেট্ৰিচিটি বোৰ্ডৰ অনুগ্ৰহত ৰাতি দুয়োবিধ বস্তুই গাৰপৰা আঁতৰাইও ৰাখিব পাৰি। দুদিন বেছিকৈ, নকটাকৈ থাকিব। গৰমও কম লাগিব। পিছে এইবোৰ নতুনকৈ হোৱা হাচবেণ্ড-ওৱাইফৰ কথা। ল'ৰা-ছোৱালী থাকিলে কথাটো বেলেগ। তেতিয়া লেম চাকি নহলেও অন্ততঃ বাৰ টকীয়া যোৰৰ বেটাৰী থকা টৰ্চ এটা লাগিবই। আপোনাৰ ল'ৰা-ছোৱালী যদি 'বৰ গুণী' হয় তেনেহলে পটি থকা অৱস্থাত লাইট গলে লেম্প, কেণ্ডেল কোনোবিধেই বিচাৰি সি আপোনাক আমনি নকৰে। হয় লাহেকৈ বিচনাত কাতি হ'ব, নহলে আলি বাটৰ পিনে সুহুৰি মাৰি পাণ দোকানত চূণ বিচাৰি ওলাই যাব।

আপুনি কোনোবাটো মাহত টকা একশ বচাব বুলি বৰ আত্মৌ-পুতৌকৈ ৰাখি থৈছে। এনেতে এদিন মহাভাৰত চাই থাকোঁতে টিভিৰ ফটোৱে ধৰিলে দেওধনী নাচ। আপুনি ইটো পিটিকিছে সিটো পিটিকিছে। নো ফাইদা। আপুনি যাওঁক এতিয়া টি-ভি মেকানিকৰ ওচৰলৈ। টিভি চাবলৈ জনাত বাহিৰে আন মাঠা মুণ্ড আপুনি একো নাজানে যেতিয়া মেকানিকে বে-পৰোৱাত কৈ দিলে— " বদলাৰ লাগিব। পাঁচশ পৰিব।" আপুনি সেমেনা সেমেনি কৰি অহা মাহলৈ টি ভি এৰি থৈ আহক। অ' এটা অৱশ্যে লাভ হব। টিভিৰ এডাল মাথো তাঁৰ কাটি থোৱা পুহি ৰখা নিগনি পোৱালি কেইটা যেনিবা মেকানিকৰ দোকানতে থৈ আহিব পাৰিব।

অসমীয়া মানুহে আলহীক চাহ-তামোলেৰে আপ্যায়িত কৰাৰ নিয়ম। কিন্তু যিদিনা চাহপাত, চেনি, গাখীৰ এবিধো নাই সিদিনাই নতুন আলহী আহি ওলালহি। বস্তু নাই নাই। কিন্তু কথাত পিছুৱাই নিদিব। আলহী উঠি যাবৰ সময়ত আপুনি লাহেকৈ হাঁহি মাৰি

কণ্ঠক—"চেনি থকা হ'লে যেনেব সুঠিবে লাল চাহকে দিব পৰা গ'ল হেঁতেন।" বজাৰ সমাৰৰ খৰচ কমাবলৈ এইবোৰ হ'ল উত্তম উপায়।

তুলনামূলকভাৱে গাঁৱত বাস কৰা মানুহে চহৰৰ মানুহতকৈ কম বজাৰ সমাৰ কৰে। এইটো বৰ মঙ্গলৰ কথা। এক চিলেটী পৰিয়ালৰ গৃহিণীয়ে মাহৰ পচিশ তাৰিখৰ পিছৰপৰা গিৰিহঁতক খেচখেচাই থাকে—'চিনি নাই'। ভদ্রমহিলাই সদায় গিৰিহঁত অফিচলৈ যাবৰ সময়ত ঘৰত চেনি নোহোৱাৰ কথা কয় আৰু অফিচ চুটীত ঘৰলৈ আহোঁতে বজাৰৰপৰা চেনি অনাৰ কথা মনত পেলাই দিয়ে।

: ওগো, চুন্‌চ', আজকে দিব্বাই চিনি নাই।

গিৰিহঁতে উত্তৰ দিয়ে, "আজকেৰ দিনটা কোনো ৰকম চালাইয়া দাও, কালকে দেখা জাইমুনে।'

ভদ্রলোকে একেষাৰ কথাকে ঘঁহি ঘঁহি দৰমহা নোপোৱালৈকে পাঁচোটা দিন চেনি নোহোৱাকৈ কটাই দিলে। তেওঁৰ মতে বৰ্তমান সময়ত বজাৰখন এনেকৈ চলিব পৰাটোৱে সীমিত উপাৰ্জনৰ লোকৰ বাবে মঙ্গলজনক। চাবাচ চিলেটী ব্যাটা।

## ॥ শিশু সাহিত্য ॥

অসমীয়া শিশু সাহিত্যৰ কথা ওলালেই আপডাল ছন্দ থকা কিছুমান কবিতাৰ পুথি আৰু পৌৰাণিক আখ্যান কিছুমানৰ অংশ বিশেষ থকা কিতাপৰ কথাই আমাৰ মনলৈ বেছিকৈ আহে। কিয়নো শিশুৰ বাবে লিখা মৌলিক গদ্য সাহিত্য অসমীয়া ভাষাত তেনেই তাকৰ। বিজ্ঞান ভিত্তিক শিশু সাহিত্যৰ কথা অসমীয়া সমাজত সৌ সিদিনাহে ভবা হৈছে। অসমীয়া ভাষাৰ লিখকসকলে শিশু সাহিত্যৰ দিশটো সততে কিয় এৰাই চলে, তাক ভাবি চোৱাৰ সময় ইতিমধ্যে উকলি গৈছে। তথাপি চেগা-চোৰোকাকৈ যিসকল লিখকে এই দুৰূহ কামটোত লাগি আছে তেখেতসকলে লিখিব বহোঁতে বিভিন্ন বয়সৰ ল'ৰা-ছোৱালীৰ মুখবোৰ সন্মুখত ৰাখি লিখিব লগীয়া হয়। অসমীয়া শিশু সাহিত্যৰ কথা ওলালেই কিমান বয়সৰপৰা কিমান বয়সলৈকে শিশু বুলি ধৰি লোৱা হ'ব তাৰ এটা স্পষ্ট ধাৰণা মনলৈ আনিব লাগে। ইংৰাজী চিল্ডৰেন শব্দটোৱে ল'ৰা-ছোৱালীসৱক বুজালেও আমি কিন্তু সকলো স্তৰৰ নাবালককে শিশু বুলি নকওঁ। আমাৰ সমাজ ব্যৱস্থাত পাঁচ-ছয় বছৰৰপৰা চৈধ্য-পোন্ধৰ বছৰ বয়সলৈকে এই সময় চোৱাক দুটা ভাগত ভগাইছো। পাঁচ-ছয় বছৰৰপৰা আঠ-ন বছৰ বয়সলৈকে আমি শিশু বুলি কওঁ আৰু দহ বছৰ মানৰপৰা পোন্ধৰ-যোল বছৰলৈকে বয়স হোৱা ল'ৰা-ছোৱালীবোৰক আমি চেমনীয়া বা কিশোৰ-কিশোৰী বুলি কওঁ। এই আটাইখিনি বয়সৰ বাবে লিখা সাহিত্যক আমি কিন্তু শিশু সাহিত্য বুলিয়ে কওঁ। ইংৰাজীত চিল্ডৰেনচ লিটাৰেচাৰ। শিশু আৰু কিশোৰ এই দুটা স্তৰৰ বয়সত ঘটা সকলোবিলাক নহলেও কিছুমান ঘটনা চিৰদিনৰ বাবে মানুহৰ মনত বৈ যায়। এই দুটা স্তৰৰ বয়স সকলো প্ৰাপ্তবয়স্ক লোকেই অতিক্ৰম কৰি আহিছে আৰু প্ৰাপ্ত

বয়স্ক হোৱাৰ পিছতো নিজৰ নাইবা সমাজৰ এই দুটা স্তৰৰ শিশুৰ লগত পৰিচিত হোৱাৰ সুবিধা ভোগ কৰি আহিছে। গতিকে আমি কব পাৰোঁ যে শিশু সাহিত্যিকসকলে নিজে শিশু হৈ থকা অৱস্থাৰ অভিজ্ঞতা আৰু সমাজত দেখা শিশুহঁতৰ কাৰ্যকলাপৰ যি অভিজ্ঞতা সঞ্চয় কৰে তাৰ বহুলাংশে শিশু সাহিত্যত যোগ দিয়ে। অৰ্থাৎ পাঁচ ছয় বছৰৰপৰা পোন্ধৰ-যোল বছৰ বয়সলৈ শিশু, কিশোৰ-কিশোৰীহঁতে কি কথা পঢ়িবলৈ বা জানিবলৈ বেছি মন কৰে তাৰ ওপৰতে শিশু সাহিত্যৰ কথাটো নিৰ্ভৰ কৰে। শিশুৰ কথা লিখিলেই শিশু সাহিত্য নহয়—এই আপ্ত বাক্যাষাৰ এইখিনিতে প্ৰণিধানযোগ্য। আকৌ এইখিনিতেই শিশু সাহিত্যিকসকলে শিশু বা কিশোৰ-কিশোৰীহঁতৰ মনোবিশ্লেষণ কৰিব লগীয়া হয়। তেতিয়া আমাৰ শিশু সাহিত্যিক-সকলে বিদেশী মনস্তত্ত্ববিদৰ সংজ্ঞা বিচাৰি হাবাথুৰি খোৱাৰ প্ৰয়োজন নাই। নিজৰ মাটিত, নিজৰ পৰিবেশত ডাঙৰ দীঘল হৈ অহা আমাৰ ল'ৰা-ছোৱালীয়ে কি বিচাৰে আৰু কেনেকুৱা পৰিবেশৰ লগত সিহঁত জড়িত তাকেহে উদ্‌ঘাটন কৰিব লাগে।

নাবালকৰ বাবে সাহিত্য ৰচনা কৰোঁতে শিশু আৰু কিশোৰ-কিশোৰীহঁতক দুটা ভাগত ভাগ কৰি লোৱাই শ্ৰেয়। কিয়নো শিশুৰ বাবে লিখা কিতাপ কিশোৰ-কিশোৰীহঁতৰ মনঃপূত নহবও পাৰে। কেঁচুৱাক লুথুৰী খুউৱা হয়। সেই বুলি দাঁত গজাৰ পিছত তাক লুথুৰী খুৱাব খুজিলে সি ধেমালি কৰা বুলিহে হাঁহিব। তাক তেতিয়া টান আহাৰ লাগে। তেনেদৰে দহ বছৰ বয়সৰ পিছত যদি আপডাল ছন্দৰ কবিতা (নাৰ্চাৰী ৰাইম) পঢ়িবলৈ দিয়া হয় তেতিয়া হলে সি হাঁহিবহে। কিশোৰ-কিশোৰীয়ে এইটো বয়সত সমস্ত সংসাৰখনৰ প্ৰাথমিক জ্ঞান আহৰণ কৰিব বিচাৰে। এইটো সময়ত সমস্ত বিশ্ব-ব্ৰহ্মাণ্ডখনেই হৈ উঠে সিহঁতৰ মনত বিজ্ঞানাগাৰ। আকাশ আৰু পৃথিৱীৰ সকলো বস্তুৱে সিহঁতক মায়াৰ জালেৰে আৱৰি ধৰে। শিশু সাহিত্যিকে এই ৰহস্যৰ সন্ধান যিমানখিনিলৈকে সিহঁতৰ জ্ঞানে ঢুকি পায় তাৰ অন্বেষণ কৰিব লাগে। কিশোৰ-কিশোৰী অৱস্থাতে মানৱ

চৰিত্ৰই এটা গঢ লৈ উঠিব ধৰে আৰু সেয়ে এই বয়সৰ সাহিত্যইহে আটাইতকৈ বেছি গুৰুত্ব লাভ কৰে।

পাৰিপাৰ্শ্বিক অৱস্থাৰ ভিত্তিটো শিশু সাহিত্য সলনি হৈ থকাটো কাম্য হোৱা উচিত। আজিৰপৰা চল্লিছ বছৰ আগতে আমাৰ সমাজত শিশুৱে যিটো পৰিবেশ পাইছিল আজি আৰু তেনে পৰিবেশ নাই। চল্লিছ বছৰ আগতে এটা শিশুৱে যিটো কথা জানিছিল চল্লিছ বছৰ পিছত আজিৰ শিশুৱে তাতোকৈ বহু বেছি কথা জানে। পৰিবেশে সিহঁতক শিকাইছে। গতিকে আজিৰ লিখক আজিৰ শিশুৰ পথ প্ৰদৰ্শক হব লাগিব। সেয়ে কোনোবাই শিশু বা কিশোৰৰ বাবে মৌলিক সাহিত্য ৰচনা কৰিব খুজিলে আজিৰ পৰিবেশক লৈ ৰচনা কৰিব লাগিব। আজিৰ শিশুৰ বাবে বিজুলী বাতি, ট্ৰেক্টৰ, মটৰ গাড়ী, টি ভি, ৰেডিঅ' ইত্যাদি চোৱা বা ব্যৱহাৰ কৰা সাধাৰণ কথা। আজিৰ অনিসন্ধিৎসু শিশু আৰু কিশোৰ-কিশোৰীহঁতে বিচাৰে—এই পোহৰ আহিস কেনেদৰে? এই ছবি দেখা পালোঁ কেনেকৈ? কিয়? ইত্যাদি ইত্যাদি। এইবোৰ 'কিয়'ৰ সাধাৰণ উত্তৰ সিহঁতে পাব লাগে।

আজি বিজ্ঞানৰ ন ন আৱিষ্কাৰে মানুহৰ জীৱন যাত্ৰাত প্ৰভাৱ পেলোৱাৰ লগে লগে কিছুমান ন ন বিদেশী শব্দও আমাৰ ভাষাত সোমাইছে। যেনে ফ্ৰীজ, ট্ৰেক্টৰ, ট্ৰেনজিষ্টৰ, ট্ৰেন্সফৰ্মাৰ, চুইচ্ ইত্যাদি। কিন্তু যিবোৰ শব্দ অসমীয়া ভাষাত আছে সেই শব্দবোৰ জীয়াই ৰাখিবৰ বাবেই শিশু সাহিত্যত ঠাই দিয়া উচিত। যেনে—ইলেকট্ৰিক পোষ্ট নুবুলি বিজুলী তাঁৰৰ খুটা বুলিব পাৰি।

ভূত পিশাচ আদিৰ গল্পই শিশুক আনন্দ দিয়ে সঁচা, কিন্তু এনেবোৰ গল্পই শিশুক অন্ধ বিশ্বাসৰ প্ৰতিও আকৰ্ষণ কৰে। আমাৰ সমাজত যিবোৰ কু-প্ৰথা বুলি চিহ্নিত হৈ গৈছে সেইবোৰৰ সাম্যক জ্ঞান কিশোৰ-কিশোৰীহঁতে পোৱা উচিত। সিহঁতে স্বাস্থ্য ৰক্ষাৰ সাধাৰণ জ্ঞান অৱশ্যে পাব লাগিব। শিষ্টাচাৰ, নিয়মানুবৰ্তিতা আদি গোটেই জীৱনটোৰ বাবেই অপৰিহাৰ্য বুলি সিহঁতক সৈমান কৰিব পৰা শিশুক সাহিত্যৰ অতি প্ৰয়োজন।

শিশু সাহিত্যত ছবিয়ে এক বিশেষ স্থান অধিকাৰ কৰি আছিছে। আখৰতকৈও সিহঁতৰ ছবিৰ প্ৰতি আকৰ্ষণ বেছি। সেয়ে শিশু সাহিত্যত যিমানখিনি পৰা যায় ছবিৰ ব্যৱহাৰ কৰিব লাগে। এই ছবিবোৰ স্পষ্ট হব লাগে আৰু ছপোৱা আখৰবোৰো পৰিষ্কাৰ আৰু স্পষ্ট হব লাগে। শিশু সাহিত্য ছপোৱা কাগজবোৰ ভাঠ আৰু সুন্দৰ হব লাগে। শিশু সাহিত্যত বানান ভুলৰ একেবাৰে প্ৰশ্ৰয় দিব নালাগে। আৰু আটাইতকৈ ডাঙৰ কথাটো হৈছে শিশু সাহিত্যৰ মূল্য তুলনা-মূলকভাৱে আন কিতাপতকৈ সস্তা হব লাগে। পিছে আমাৰ অসমত শিশু সাহিত্যিকসকল নিৰুপায় হৈ ছপা কাৰ্য্যৰ লগত জড়িত সকলোখিনি কথা জলাঞ্জলি দিব লগা হৈছে। কাৰণ তেওঁলোক প্ৰকাশকসকলৰ মুখাপেক্ষী। প্ৰকাশকে যি কৰে তাতে সন্তুষ্ট থাকিব লগীয়া হয়। কোনোবাই মৰসাহ কৰি ব্যক্তিগত প্ৰচেষ্টাত ছপালেও বিক্ৰীৰ বাবে কিতাপবোৰ হাৰমাল হৈ পৰে। সি যি কি নহওঁক— এইবোৰ হ'ল অসুবিধাৰ কথা। কিন্তু আচল কথাটো হ'ল উৎকৃষ্ট শিশু সাহিত্য লিখিব পৰাটোহে। অকল নীতি শিক্ষাই শিশু সাহিত্য নহয়। যদিও শিশু সাহিত্য লিখোতে গভীৰ মানৱতাবোধক আগত ৰাখি লিখি গলে আমি ভৱিষ্যতে সু-নাগৰিকৰ আশা কৰিব পাৰোঁ।

শেষত, অসমীয়া শিশু সাহিত্যৰ ভঁৰাল টনকীয়াল কৰিবৰ কাৰণে প্ৰতিজন অসমীয়া সাহিত্যৰ লিখকে তেখেতৰ সাহিত্য কৰ্মৰাজিৰ মাজতে অন্ততঃ একোখনকৈ শিশু সাহিত্য লিখাৰ সঙ্কল্প লব বুলি আমি আশা কৰিলোঁ।

## ॥ নিবনুৱা ॥

ঘৰখনত পুৰণা বেমাৰী এজন থাকিলে যেনেকুৱা অশান্তি, ঘৰখনত দীৰ্ঘদিনীয়া নিবনুৱা এজন থাকিলেও তেনেকুৱা অশান্তি। —ঘৰৰ সকলোটি ব্যক্তিকে দুৰ্ভোগ ভোগায়। তাতে যদি আকৌ শিক্ষিত নিবনুৱা—হাইস্কুল শিক্ষান্ত পৰীক্ষা পাছ কৰা বা ফেল কৰা হব পাৰে। উচ্চ মাধ্যমিক পাছ কৰা বা ফেল কৰা হব পাৰে। তেনেদৰে বি এ, এম এ পাছ কৰা বা ফেল কৰা হব পাৰে। "হয় দৰা দিয়ক, নহয় চাকৰি দিয়ক" পৰ্যায়ত পৰে ছোৱালীবোৰ। ছোৱালী নিবনুৱা হলে আকৌ আন আন আনুসঙ্গিক সমস্যা আহি পৰে। বিশেষকৈ আমাৰ অসমীয়া সমাজত।

ছোৱালীৰ অভিভাৱক অভিভাৱিকা বহুত। বদনাম ৰটিবলৈ সুবিধা পালে সমাজখনে তাইৰ অভিভাৱক হব খোজে। ছোৱালী এনেয়ে আনৰ মুখলৈ চোৱা প্ৰাণী। তাতে আকৌ বিয়া বাক নোহোৱাকৈ নিবনুৱা হৈ থাকিলে—তাইৰ নিজৰ শৰীৰটোৱে কঢ়িয়াব নোৱাৰা বোজা হৈ পৰে। ছোৱালীৰ সোঁফালেও অসুবিধা, বাওঁফালেও অসুবিধা। কাৰবাক ফঁচাই বিয়া হোৱাৰ ব্যৱস্থাকণ কৰিলেও সমাজে তাইক প্ৰেম-পটেশ্বৰী বুলি মস্কৰা কৰে। তলমূৰ হৈ খোজ কাঢ়োতে বিয়া নোহোৱাকৈ দেডকুৰি পাৰ হলেও—"বেচেৰীৰ এতিয়ালৈকে গ্ৰাহক এটি নোলাল" জাতীয় পেংলাই। গতিকে ছোৱালীৰ অসুবিধা।

নিবনুৱা হোৱাৰ কাৰণ এটা নহয়। দেখাত নিবনুৱা সকলে দেশখনত 'কাম নোহোৱা' যেন দেখিলেও আচলতে জানো কাম নাই? কথা সেইটো নহয়। কথা হ'ল তেওঁৰ মনে বিচৰা কাম নাই। নিজৰ শিক্ষাগত অৰ্হতা বাঢ়ি অহাৰ লগে লগে কিছুমান কামত তেওঁ হাত

দিয়াটো সম্মান হানিকৰ বুলি আঁতৰি থাকে। সমস্যাৰ হাত সাৰিবৰ বাবে তেওঁলোকে চৰকাৰখনকে গালি পাৰে আৰু ঘৰখনত মাক বাপেক নাইবা অভিভাৱকৰ লগত সম্বন্ধটো অতি হিংস্ৰ হৈ পৰে। পেট কামোৰা মানুহৰ দৰে তেওঁলোক মাটিতো বাগৰে, পাটীতো বাগৰে। তেওঁলোকৰ প্ৰতি সমাজখনৰটো সহানুভূতি নায়েই, আনকি নিজৰ ঘৰখনৰ আন আন ব্যক্তিৰ পৰাও ভাল মাত এষাৰ নাপায়। তেওঁলোক হৈ পৰে পৰ-খোৱা। তেওঁলোকক লাগে বিয়াৰ তোৰণ সাজিবলৈ, ৰভা দিবলৈ আৰু ইলেকশ্যনৰ গাড়ীত উঠি শ্লোগান দিবলৈ। ইয়াৰ উপৰি এওঁলোকৰ এটা ডাঙৰ কাম হ'ল—লোকৰ লেকচাৰ শুনা। যিসকল লোকে কোনোমতে কোনো এটা কৰ্ম-সংস্থাপন কৰি মূৰটো গুজিব পাৰিছে তেনেবোৰ লোকেই এনেবোৰ লেকচাৰ দিয়ে। "অমুকৰ বাবে পাঁচ হেজাৰ টকা দিলে অমুক চাকৰিত আজিয়েই সুমুৱাই দিব পাৰো।" "আজিকালি মানুহে চাকৰি কৰে নে? মানুহ স্বাধীন হৈ থাকিবলৈ হলে ব্যৱসায় কৰিব লাগে।" "মেনেজাৰক টেন পাৰচেণ্ট দিলে অমুক বেঙ্কৰপৰা মই লোন এটা লৈ দিয়াব পাৰো।" "অমুক মন্ত্ৰীক ৰাতিপুৱা চাহকাপ খোৱাৰ পিছতে লগ ধৰিব পাৰিলে লগে লগে কাম হয়।" এনেবোৰ গেলা-গপে নিবনুৱাক বিপথগামী কৰে। তেওঁলোকৰ আশাৰ বালিচৰ যিমানেই ডাঙৰ নহওঁক কিয়—পানীৰ মাজতে থাকিব লগীয়া হয়। তেওঁলোকৰ মস্তিষ্ক হৈ পৰে বিচাৰ বিবেকহীন একোটা ছাবি দিয়া পুতলা। হতাশাই চাৰিওফালে আগুৰি ধৰে। দালালে কথাৰেই মুনাফা আদায় কৰে। নিবনুৱাই কোনো এটা ইণ্টাৰভিউ নাইবা পৰীক্ষাৰ বাবে পঢ়াশুনা কৰি সাজু হৈ নিজকে প্ৰস্তুত কৰিবলৈ অসমৰ্থ হয়। মনতে এটা ভাবেই কেৱল ক্ৰীড়া কৰি থাকে—"আজিকালি বেক নহলে পঢ়া শুনা কৰি লাভ নাই।" তেওঁৰ মনৰ ভাব মিছা নহয় যদিও, পৃথিৱীত সকলো মানুহকে অবিবেচক, স্বজনপ্ৰীতি, ঘোচখোৰ বুলি ভবাটোও তেওঁলোকৰ বাবেই ক্ষতিকাৰক। আজিকালি বেঙ্ক আদিৰ লেখীয়া প্ৰতিষ্ঠানবোৰে কম্পিউটাৰ যন্ত্ৰৰ সহায়ত প্ৰশ্ন

থাকত চায়। ফলত স্বজনপ্ৰীতিৰ কথা নাহে। নিজৰ অপাৰগ চাকিৰলৈও বহুতে মন্ত্ৰী বিধায়কক দোষাৰোপ কৰে। কিন্তু আনক দোষাৰোপ কৰি থাকিলেইটো নিজৰ পেট নভৰে। নিবনুৱাসকলৰ নিজস্ব মন এটা আছে। তেওঁৰ নিজৰ বিদ্যা বুদ্ধিৰ বল কিমান তাক তেওঁহে জানে। সেইবাবে ঘৰখনত থকা নিবনুৱাই যিকোনো সৰু কাম হলেও এক পৰিকল্পিত ৰূপত হাত দিব লাগে। নিজৰ কথা আৰু কামৰদ্বাৰা আনৰ বিশ্বাসভাজন হব লাগে। বিশ্বাসী আৰু সৎ মানুহক সকলোৱে টকা-পইচা আৰু আন কামেৰে সহায় কৰে। নিবনুৱা ব্যক্তিয়ে সদায় আনৰ ওচৰত সৰু হৈ দেখুৱাব লাগে। ওফাইদাং মৰা কথা নাইবা নিজৰ খং তিক্ততা আদি নিজৰ মুখত প্ৰতিভাত হব দিব নালাগে। নিজৰ ঘৰখনতে এনে বহুটো কাম আছে যিবোৰ কাম কৰিলেও পৰিয়ালৰ আনবোৰ সদস্যৰ পৰা মৰম আদায় কৰিব পাৰি। পৰিয়ালৰ উপাৰ্জনক্ষম সদস্যসকলেও ঘৰখনৰ নিবনুৱাজনক কমকৈ হলেও এইবোৰ কামৰ বাবে অন্ততঃ পকেট খৰচ হিচাপেও অলপ-চলপ দিব পাৰে। খাজনা দিয়া, হাট-বজাৰ কৰা, ল'ৰা-ছোৱালীক পঢ়া শুনাত অলপ দেখুৱাই দিয়া আদি কামবোৰও ঘৰখনৰ এৰাব নোৱাৰা কাম। লিখা পঢ়া নজনা নিবনুৱা সকলে কোনো এজন খেতিয়কক পথাৰত সহায় কৰি দিয়া, খৰি ফলা, গৰু গাই চোৱা আদি খুচুৰা কামবোৰ কৰিলেও মানুহৰ প্ৰিয় পাত্ৰ হব পাৰি। নিবনুৱা হৈ থকা অৱস্থাত মানুহৰ ওচৰত দাবী কৰিব নালাগে—অনুগ্ৰহহে বিচাৰিব লাগে। স্থায়ী কাম এটা হাতত নপৰালৈকে পুৰুষ নিবনুৱাই ঘৰ-সংসাৰ কৰাৰ কথা চিন্তা কৰিব নালাগে আৰু কোনো কথাতে আবেগক প্ৰশ্ৰয় দিব নালাগে। ছোৱালীয়েও তেনেদৰে উপাৰ্জনহীন নাইবা অসৎ উপায়ে ধন অৰ্জা লোকৰ লগত বিয়া সোমাব নালাগে। তেনে কৰিলে দুদিন পিছত হলেও বিপদ অনিবাৰ্য।

ব্যৱসায় কৰিম বুলি মনতে পুহি ৰখা ইচ্ছাক বিসৰ্জন দিব লগীয়া হয় কেৱল মূলধনৰ অভাৱত। ধাৰ-ঋণ বোলা বস্তুটো দৰিদ্ৰৰ কাৰণে নহয়। আপুনি নিজেও টকা ধাৰে দিব সেইজন মানুহক যিজনে

সেই ধাৰ পৰিশোধ কৰিব পাৰিব। তেনেকুৱা কথা আন আন প্ৰতিষ্ঠানসমূহৰ ক্ষেত্ৰতো খাটে। এজন একো নোহোৱা নিবনুৱা লোকক ঋণ দিবৰ বেলিকা যিমানবোৰ নিয়ম নীতি নাইবা বস্তু বন্ধকত দিব লগীয়া হয় সিমানবোৰ বন্ধকত দিবলগীয়া বস্তু থাকিলে বহুটো নিবনুৱাই ঋণকে নিবিচাৰিলেহেঁতেন। আনহাতে মুখৰ কথাত কোনেও কাকো ঋণ নিদিয়ে। এনেকুৱা অৱস্থাত প্ৰথমতে সাধাৰণ-ভাৱে সৰুকৈ হলেও কোনো এটা কামত হাত দিয়াটোৱে মঙ্গলজনক। বহুটো উদ্যোক্তা আছে যিয়ে নিজৰ প্ৰতিষ্ঠানটোত নিজে কাম কৰাতকৈ মালিক হৈ বহি থাকিবলৈহে বেছি ভাল পায়। এনেকুৱা মানসিকতা যিমানদূৰ পৰা যায় আঁতৰত ৰখাই উচিত।

ঘৰখনত এক শান্তিৰ বাতাৱৰণ ব্যাহত কৰাতকৈ নিবনুৱাসকলে যিমানদূৰ সম্ভৱ ঘৰখনৰপৰা সকলোৰে সহানুভূতি আদায় কৰি নিজৰ চিন্তা শক্তিক কামত লগালেহে অধিক ফলপ্ৰসূ হয়। নিবনুৱাসকলে সদায় নিবনুৱা হৈ থাকিব বুলি ভাবিব নালাগে। এইটো এটা সাময়িক অস্বস্তিকৰ পৰিস্থিতিহে মাথোন—এই সময়খিনিত অতি আবেগ বিহ্বল হোৱাৰ প্ৰয়োজন নাই।

## ॥ বিহুগীত আৰু বিহু নাচত অশ্লীলতা ॥

ঊনবিংশ শতিকাৰ প্ৰাৰম্ভতে হলিৰাম ঢেকিয়াল ফুকনদেৱে 'আসাম বুৰঞ্জীত' ৰঙালী বিহু সম্পৰ্কে এক কটু মন্তব্য প্ৰকাশ কৰি লেখিছে যে—"সাধাৰণ তিৰোতা আৰু ইন্দ্ৰিয়াসক্ত পুৰুষে একেলগে লগ হৈ আপত্তিজনক নৃত্য গীত কৰে। গাঁও অঞ্চলত এই উৎসৱ বিশেষ উল্লেখযোগ্য, কিন্তু এই বেয়া অভ্যাসটো কামৰূপত নাছিল। উজনি অসমতহে ইয়াৰ প্ৰচলন বেছি"। হলিৰামৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকনেও ৰঙালী বিহুৰ নৃত্য গীতৰ ওপৰত বেয়া মনোভাব পোষণ কৰিছিল আৰু এই বিহু নাপাতিবলৈ মানুহক বুজাইছিল। বুৰঞ্জী প্ৰণেতা গুণাভিৰাম বৰুৱাই আনন্দৰাম ঢেকিয়াল ফুকনৰ বিষয়ে লেখিছে—"বৈশাখৰ বিহুত নগাঁৱৰ স্থানে স্থানে অশ্লীল নৃত্য গীত হৈছিল. সেইসকলক তেওঁ নিবাৰণ কৰালে আৰু সেই ৰূপ কাৰ্য্য যে অনিষ্টজনক তাক তেওঁ সকলোকে বুজাই দিলে।" আনকি গুণাভিৰাম বৰুৱা নিজেও ৰঙালী বিহুৰ নৃত্য গীতক অশ্লীল আখ্যা দি থৈ গৈছে। তেওঁ লেখিছে "চৈত্ৰৰ বিহুত সংক্ৰান্তিৰ পৰা সাতদিন কোনো ঠাইৰ ইতৰ লোকসকলে স্ত্ৰী-পুৰুষে কোনো প্ৰকাশ্য স্থানলৈ গই নৃত্য গীত কৰে। সি সময়ত অবাচ্য ও অশ্লীল গীত গোৱা আৰু নিৰ্লজ্জ ভাব-ভঙ্গী দেখুৱা হয়। এই নিয়ম শীঘ্ৰে দেশৰপৰা গুচিলে বড় উপকাৰ আৰু সুনীতি সংস্থাপন কৰা হয়। ইয়াক দেখিলেই দেশীয় লোকৰ প্ৰতি ঘৃণা জন্মিব পাৰে।"

সেই সময়ৰ আন এজন লেখক আৰু চিন্তাবিদ ৰত্নেশ্বৰ মহন্তদেৱে বহাগ বিহুৰ বিষয়ে আৰু বেয়া ধৰণে মত পোষণ কৰিছিল এনেদৰে—"আমাৰ সভ্য কচিবে ভায়েক ভনীয়েকক ঢোল কোবাই নচোৱাকে ভাল দেখে, ভায়েকৰ আগত ভনীয়েকে নিলাজ গীত গোৱাকো শলাগে

সৰ্ব-সাধাৰণৰ আগত বিহু হাটত বিহু গীত গাই উৎকট বিকটৰূপে চিয়ঁৰি-চিয়ঁৰি টকা কোবাই অশ্লীল অঙ্গি-ভঙ্গি কৰি নচাকো অনেক ভদ্ৰ সন্তানে হাবিয়াস কৰি চাবলৈ যায় ।"

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যইও ৰঙালী বিহুৰ নাচ গীতৰ ওপৰত নাক কোচাইছে এনেদৰে—"বিহু নামে আমাৰ এটা বৰ বেয়া সংস্কাৰ আছে। বিহুৰ ছবিটো আঁকি এবাৰ চকুৰ আগত উলিয়ালে কেনে নাক কটাৰ সমান লাজ ধৰে, শিক্ষিত ডেকাসকল, এবাৰ ভাবি চোৱাছোন।"

অতি সাম্প্ৰতিক সময়ত অসমীয়া সংস্কৃতিৰ পুৰোহিতসকলৰ অন্যতম প্ৰদীপ চলিহাদেৱে লিখিছে—( সৰ্বোদয়, কামপুৰ নগাঁওৰপৰা প্ৰকাশিত ১৯৯০ ). পুৰণি অসমৰ আৰ্য্য ধৰ্মীয় সমাজৰ গাভৰুৱে ঢোলৰ চেৱত নেনাচিছিল। বিহু নামৰ বিভিন্ন জাত, টকা আৰু গগনাৰে নামৰ চেঁওতহে গাভৰুৱে নাচিছিল। প্ৰকৃতিৰ ৰম্য পৰিবেশৰ পৰা বিহু নগৰৰ বাকৰিৰ ৰভা তলিলৈ ওলাই আহিল। বিহু নাচৰ নামত কুৰুচিপূৰ্ণ যৌন নাচে ঠাই ললে। মঞ্চত ডেকা গাভৰুৱে যোৰ পাতি নাচিবলৈ ললে। বিহু মঞ্চত ডেকা গাভৰুৱে যোৰ পাতি নচা নাচ কিছুমানৰ ভঙ্গী অকল কুৎচিৎ ৰূপৰ অশোভনীয়ই নহয়, আপত্তি-কৰো। গাভৰুৰ ওচৰত নচা কিছুমান ডেকাৰ বিহু নাচৰ অঙ্গিভঙ্গী সঙ্গমৰ উলঙ্গ প্ৰকাশ মাত্ৰ। অসমৰ কোনো জনজাতিৰে ডেকা গাভৰুৰ মাজত প্ৰেম নিবেদনৰ অভিনয়ৰ এনে নিম্ন ৰুচিৰ লোক-নৃত্য নাই। এনেবোৰ নাচ বিকৃতৰুচিৰ ডেকাৰ উদ্ভাৱনহে।"

ওপৰত উল্লেখিত কথাখিনি কিন্তু সাধাৰণ মানুহে কোৱা নাই। তেওঁলোক প্ৰতিজনেই অসমীয়া ভাষা-সংস্কৃতিৰ একো-একোজন কৰ্ণধাৰ বুলি আমি স্বীকৃতি দিছোঁ। আনন্দৰাম ঢেকিয়াল ফুকনক অসমৰ "ৰাজা ৰামমোহন ৰায়" বুলি কৈছোঁ। গতিকে তেওঁলোকৰ কথাক আমি একেবাৰে মান্ধাতা যুগৰ চিন্তাধাৰাৰ লোক বুলিও উলাই কৰিব নোৱাৰো। আনহাতে প্ৰদীপ চলিহাদেৱে কোৱা—"গাভৰু ছোৱালী ঢোলৰ চেৱত নেনাচিছিল", "ডেকা গাভৰুৱে যোৰপাতি নেনাচিছিল"

আদি কথাবোৰ আন কেইজন লেখকৰ মন্তব্যৰ লগত পৰস্পৰ বিৰোধী। পৰস্পৰ বিৰোধী কথাই পঢ়ুৱৈৰ মনত খেঁাট লগায় আৰু কালক্ৰমত বুৰঞ্জীত ই এটা একুৱাৰ নোৱাৰা গাঁঠিত পৰিণত হয়গৈ। সেয়ে আমি এজন অতি সাধাৰণ মানুহৰ কাষ চাপিছিলো। বৰ্তমান জীয়াই থকা সাধাৰণ চাকৰিজীৱী অথচ সমাজ সচেতন, অভিজ্ঞতাৰ আঁচোৰ খোৱা বয়োবৃদ্ধ নাগৰিক শ্ৰীযুত বেণু ডেকাই আমাক কয়— "মানুহ সভ্য হৈ থাকিবলৈ হলে কিছুমান কথা আৰু কামৰ আবুৰ লাগে। বিহু নৃত্য গীতত সেইবোৰ আবুৰ নাথাকিলে মই বেয়া পাওঁ। মঞ্চত অশ্লীল নৃত্য গীতক বাঃ বাঃ দিলে বাস্তাঘাটে অশ্লীলতা নচলিব কিয়? অভিনেতা, লেখক যেনেকৈ সকলো হ'ব নোৱাৰে তেনেদৰে নটী আৰু গায়কো সকলো হ'ব নোৱাৰে। অথচ বিহুত তাকে দেখা গৈছে। গতিকে অপাত্ৰৰ হাতত পৰিলে সংস্কৃতি বিকৃতি ৰূপত প্ৰকাশ পাবই।

এইখিনিতে মানুহৰ কথা বাদ দি অশ্লীল বুলি ভবা কিছুমান গীতৰ নমুনা চোৱা যাওঁক:

১। দুখনি হাতেৰে যেতিয়া খামচো
বুকু কৰে ঠন ঠন
লাহি কঁকালত খামোচ মাৰি লৈ
পিৰিতি কৰিবৰ মন।

২। বুকুৰ চেলেংখনি কিয়নো লৈছা
এতিয়াও বুজা নাই জানা
দুটি ৰহঘৰা আনে দেখে বুলি
ৰিহাৰে মেৰিয়াই ঢাকা

৩। সোণৰ পালেঙত শুম প্ৰাণেশ্বৰী
মুখত মুখে লগাই
গাৰ কাপোৰ কানি দিম দলিয়াই
তোমাক লগতে পাই।

৪। চুমা খাই খাই পিৰিতি কৰিবা
মই থাকিম সাৱটি লৈ
পৰম ঈশ্বৰে পিৰিতি স্ৰজিলে
আমিনো নকৰিম কেলেই।

৫। ক'তে সোণ দেখিলো তুটি সুমথিৰা
বুকুৰ মাজতে পকা
কিয়নো মাতিলা কেতেকী মইনাক
ক'ত পাবা সোণালী সজা।

অতীতত মানুহে নিজৰ মনৰ ভাৱ প্ৰকাশ কৰিছিল কথা আৰু দেহভঙ্গীমাৰে। তাহানি লিখিতভাৱে মনৰ ভাৱ প্ৰকাশ কৰাৰ ব্যৱস্থা আছিল অতি সীমিত। সেয়ে মাজ পথাৰত উদাত্ত দেহ ভঙ্গীমা আৰু কণ্ঠেৰে অনাখৰী কাব্যিক পংক্তিৰে যুৱক-যুৱতীয়ে যৌৱনৰ প্ৰথম প্ৰকাশ কৰিছিল নগৰ নগৰীয়াৰ নগত এই অশ্লীল গীতসমূহৰ মাজেৰে। এই গীতসমূহ সমাজৰ বাবে নাছিল। তেওঁলোকে মাজপথৰত কোনেও নশুনাকৈ নিজৰ বাবেহে গাই মনৰ গুপুত কথা প্ৰকাশ কৰিছিল। নামনি অসমত কোনো বিয়া-বাৰুত সন্ধিয়া পুখুৰীত বা নৈৰ ঘাটত সুৰাগ তুলিব যাওঁতে গাভৰুহঁতে যি অশ্লীল গীত গায় সেই গীতৰ লগত জেং বিহু পতা উজনি অসমৰ গাভৰুহঁতক বিজাব পাৰি।

বহুতো পণ্ডিতে বিহুগীত আৰু পৰথীয়া গীতক ( বন ঘোষা ) সানি পিটিকি একাকাৰ কৰিছে। বোধকৰো দুয়োবিধ গীতৰ সুৰৰ মিল আৰু গ্ৰাম্য জীৱনৰ পটভূমিত গঢ লৈ উঠা বাবেই এনে হবলৈ পাইছে। এইখিনিতে এটা কথা মন কৰিব লাগিব যে বিহুগীত আৰু নৃত্যত নাৰী নহলে হয় নে নহয়? অৰ্থাৎ পুৰুষ আৰু প্ৰকৃতিৰ মুখা-মুখি ভাৱৰ আদান-প্ৰদান নহলে বিহুগীত আৰু নৃত্য স্বতঃস্ফূৰ্তভাৱে প্ৰকাশ হ'ব পাৰে নে নোৱাৰে? আনহাতে গৰখীয়া গীতত কেৱল পুৰুষহে থাকে আৰু মাজ পথাৰত গৰু চৰাই থাকোঁতে এনেবোৰ গীত গায়। তাত নৃত্য নাই। নাৰীও নাই। তাত কিন্তু অশ্লীলতা আছে।

—সকলো বাক-বিতণ্ডা ক্ষন্তেকলৈ পাহৰি গৈ আমি নিজে চিন্তা

কৰি চোৱা উচিত যে আচলতে কোনটো দৃশ্য বা শ্ৰাব্য বস্তুৱে আমাৰ মনৰ অনুভূতিত অশ্লীলতাৰ আঘাত হানে। সাধাৰণ ব্যাখ্যাত আমি অশ্লীল বুলি সেইটোকে আখ্যা দিওঁ যিটো অত্যন্ত গোপনীয় যৌন সম্বন্ধীয় কথা বা কামৰ ভেদ ভাঙি দি প্ৰদৰ্শন কৰো। কিন্তু সেই একেই অশ্লীল বুলি ভবা কথা বা কামটো যদি কলাৰ ৰূপলৈ ৰূপান্তৰ কৰিব পাৰো তেনেহলে সি কিশোৰ-কিশোৰীইতৰ বাবে নিষিদ্ধ হ'লেও আন বয়সৰ বাবে অশ্লীল হৈ নাথাকে। সি সম্পূৰ্ণভাৱে কলাত পৰিণত হয়। নহলে কামাখ্যা মন্দিৰৰ খোদিত ভাস্কৰ্য্য, কামদেৱ মন্দিৰৰ ভাস্কৰ্য্য, উৰিষ্যাৰ কোনাৰ্কৰ সূৰ্য্য মন্দিৰৰ খোদিত ভাস্কৰ্য্যক মানুহে চাবলৈ যোৱা দূৰৈৰ কথা কেতিয়াবাই ভাঙি চিঙি শেষ কৰিলেহেঁতেন। সি যি কি নহওঁক, আলোচনাটিৰ শেষ কথা হ'ল অশ্লীল বুলি ভবা কথা নাইবা কাম-কলাৰ শাৰীলৈ উঠা বুলি কোনে স্বীকৃতি দিব? কোৱা বাহুল্য যে এই স্বীকৃতি কোনো পণ্ডিতে নিদিয়ে, দিয়ে জনসাধাৰণে। কিছু নৃত্যও এবিধ নৃত্য। ইয়াতো দেহৰ অঙ্গপ্ৰত্যঙ্গৰ কঁপনি থাকে। কিছু গীতও গীত। ইয়াৰ ভাষায়ো মানৱ হৃদয়ৰ ইচ্ছা আকাঙ্ক্ষাকে কটিয়াব। অকল বাধাহীনভাৱে ওলাই অহা শব্দবোৰ চালেই নহ'ব। ইয়াৰ কাব্যিক ৰূপটোও চাব লাগিব। সমালোচকসকলে নৃত্যৰতা ডেকা গাভৰুৰ নিৰ্দিষ্ট কেইটামান অঙ্গপ্ৰত্যঙ্গ চালেই নহ'ব, গোটেই শৰীৰটোৰ লয়লাস গতিয়ে কলাৰ ৰূপ ধাৰণ কৰিছে নে নাই তাকো চাব লাগিব। সমালোচকসকলে এনেবোৰ কথা চিন্তা কৰিহে সমাজৰ হৃৎপিণ্ড বিচাৰি যোৱাৰ আগতে নিজৰ হৃদয়ৰ অগণি মুমাব পাৰিব।

## ॥ আন এক প্ৰদূষণ ॥

বায়ু প্ৰদূষণৰ ক্ষেত্ৰত কল-কাৰখানাবোৰক প্ৰায়ে জগৰীয়া কৰা হয়। পৃথিৱীৰ পৰিৱেশ অকল ধোৱা, ধূলি, গেছ, ৰাসায়নিক দ্ৰব্য আদিয়েই যে দূষিত কৰিছে এনে নহয়, ক্ৰমবৰ্ধমান সামাজিক অন্যায় আৰু উৎপীড়নেও মানৱ সমাজৰ পৰিৱেশ নষ্ট কৰি আহিছে। বহু সময়ত প্ৰাকৃতিক দুৰ্যোগ আদিয়ে পৰিৱেশ নষ্ট কৰে যদিও, মানুহৰ দোষতো পৰিৱেশ নষ্ট হোৱা দেখা যায়। আগ্নেয়গিৰি ভূমিকম্পই যি কৰে, দুখন দেশৰ যুদ্ধ এখনেও তাতোকৈ কম ভয়াবহতাৰ সৃষ্টি নকৰে।

পাৰিপাৰ্শ্বিক অৱস্থাৰ কথা ক'লে আমি আমাৰ চাৰিওফালৰ অৱস্থাটোৰ কথাকেই বুজো। ইংৰাজী Environment শব্দটোৱেও ইয়াৰ অৰ্থ লিখিছে এইদৰে . external circumstances under which one lives অতি সাধাৰণভাৱে মানুহে কিন্তু এই পাৰিপাৰ্শ্বিক অৱস্থাৰ কথাটো মাথোন স্বাস্থ্যৰ লগতে সাঙুৰি থৈ দিয়ে। যেনে ভাল বা বেয়া বা-বতাহ, পানী, জাৱৰ জোথৰ থকা বা নথকা এটা পৰিৱেশ। পিছে ইয়াৰ লগতে সামাজিক আচৰণৰ কথাটোও যে নিহিত হৈ আছে তাক আমি বহু সময়ত পাহৰি থাকো। সামাজিক আচৰণ মানে আমি বসবাস কৰা ঠাইখিনিৰ ওচৰে পাজৰে থকা বিভিন্ন ব্যক্তিৰ লগত আমাৰ সম্বন্ধ আৰু সেই অনুপাতে সমাজখনৰ পৰা পাবলগীয়া এক মুক্ত বাতাবৰণৰ কথাই কোৱা হৈছে।

আজিৰ যুগতো এনেকুৱা মানুহ জীয়াই আছে যিয়ে মানুহকহে ঈশ্বৰ বুলি জ্ঞান কৰে। এনেকুৱা মানুহ সংখ্যাত খুউব কম। এওঁলোকে কিন্তু ভয়তে মানুহক ঈশ্বৰ বুলি জ্ঞান নকৰে, দুখৰ দিনৰ সখি বুলিহে ঈশ্বৰ জ্ঞান কৰে। নৰৰূপী নাৰায়ণ। সেৱা ধৰ্মই হৈছে মানুহৰ আটাইতকৈ কঠিন ধৰ্ম। আৰু এই সেৱা ধৰ্মৰ মাজেৰে তেওঁলোকে

মানুহৰ পাৰিপাৰ্শ্বিক অৱস্থাটোক সুন্দৰভাৱে ৰাখিবলৈ চেষ্টা কৰে। তেওঁলোকৰ মতে নেদেখা ঈশ্বৰে দেখাকৈ একো নিদিয়ে। কিন্তু নৰৰূপী নাৰায়ণ আপোনাৰ দুখত দুখী, আপোনাৰ সুখত সুখী। —আপোনাৰ বিপদৰ বন্ধু। আটাইতকৈ ডাঙৰ কথা হ'ল—নৰৰূপী নাৰায়ণে, আপুনি যি খোজে তাকে দিয়ে। অৱশ্যে নাৰায়ণৰ নিচিনা নৰৰূপী নাৰায়ণক সন্তুষ্ট কৰা বৰ কঠিন। আৰু তেতিয়া পৰিৱেশ বেয়া হোৱাৰ আশঙ্কাই বেছি। মানুহে তেতিয়া নৰৰূপী নাৰায়ণক বাদ দি জোঙা শিলতে গাখীৰ ঢালিবলৈ আৰম্ভ কৰে। বৃক্ষৰ তলেই মন্দিৰ হয়। পৰিৱেশ সুন্দৰ বুলি ভৱা হয়। নিজৰ শৰীৰটো, নিজৰ মনটো লুকুৱাবলৈ ঠাই অকণ হয়।

মানুহৰ নেদেখা বস্তুৰ প্ৰতি, নোপোৱা বস্তুৰ প্ৰতি, বিশেষকৈ দুৰ্গম পৰিৱেশত থকা ঠাইৰ প্ৰতি হেঁপাহ বেছি। একেজনী সতীৰ যোনি পৰিছিল নীলাচল পাহাৰত আৰু নাভী পৰিছিল এতিয়াৰ যোৰপুখুৰী পাৰত। কিন্তু তুলনামূলকভাৱে দুৰ্গম বাট, কামাখ্যালৈহে মানুহৰ সমাগম বেছি, উগ্ৰতাৰালৈ নহয়। অথচ নাভী আৰু যোনিৰ মাজত দূৰত্বও বেছি নহয়।

আমি বেছি ভাগেই যেতিয়া ধৰ্মগ্ৰন্থ নাইবা মহাকাব্যৰ কোনো চৰিত্ৰ পঢ়ো নাইবা নাটকত দেখো তেতিয়া আমি তেওঁলোকৰ শাৰীৰিক গঠনটোৰ পিনেহে বেছিকৈ চকু দিওঁ। সীতাৰ শৰীৰ চাই যিমান তৃপ্তি পাওঁ সীতাৰ সতীত্বত সিমান তৃপ্তি নাপাওঁ। ৰামৰূপী শৰীৰৰ গঠন, শ্ৰীকৃষ্ণৰূপী শৰীৰৰ গঠনে মানুহক যি ধৰণে আপ্লুত কৰিব পাৰিছে তাৰ চাৰিত্ৰিক দিশটোৱে তেনেদৰে আপ্লুত কৰিব পৰা নাই। প্ৰেম, দয়া, ক্ষমা, ভক্তি আদি কিতাপত পঢ়ি নিজে তৃপ্ত হওঁ, ধন্য হওঁ কিন্তু সেইবোৰ গুণ নিজৰ শৰীৰত খটুৱাই ধন্য হব নিবিচাৰো। অৱতাৰী পুৰুষ কৃষ্ণ, ৰাম আদিৰ ভাওলৈ আমি যিমান আনন্দ পাওঁ, দৈনন্দিন জীৱনত, তেওঁলোকৰ আদৰ্শবোৰত আমি সিমান আনন্দ নাপাওঁ। তেওঁলোকৰ আদৰ্শবোৰে ব্যৱহাৰিক জীৱনত আমাক বিন্ধি খুচি মাৰে। মহাত্মা গান্ধীৰ ফটোখন বন্ধাই চ'ৰাঘৰৰ বেৰত ওলোমাই

ৰাখি বৰ অনন্দ পাওঁ। কিন্তু সেই চ'বাক্ষৰতে বহি এটা মাত্ৰ স্বাৰ্থ বিসৰ্জন দিব লগীয়া সঁচা কথা মুখেৰে উচ্চাৰণ নকৰো। এনেদৰে আমাৰ নিজৰ অন্তৰৰ ভিতৰতে আন এজন মানুহ সোমাই থকা কথাটো আমি বহুতেই অনুভৱ নকৰো। যিসকলে অনুভৱ কৰে তেওঁলোকেও অনেক সময়ত পাহৰি থাকে। একেটা শৰীৰতে এই দুজন মানুহৰ এজন ভাল আৰু এজন বেয়া। ইয়াৰে ভাল বা বেয়াজনৰ অন্ততঃ এজনক বিসৰ্জন দিব পাৰিলেও সমাজৰ আন মানুহে প্ৰকৃত মানুহজনক চিনাক্ত কৰাত সহজ হয়। কিন্তু এই সহজ কামটো কোনেও হবলৈ নিদিও। ভাল মানুহে বেয়া কাম কৰিলে আটাইতকৈ বেছি ক্ষতি হয়। ভাল মানুহে কৰা বেয়া কামৰদ্বাৰা প্ৰদূষণ বাঢে। আমাৰ পাৰিপাৰ্শ্বিকতা ধোৱাময় হৈ উঠে। "পৰিৱেশ" আৰু "পাৰিপাৰ্শ্বিক অৱস্থা" শব্দৰ অৰ্থ একে নহলেও দুয়োটাৰ অঙ্গাঙ্গী সম্বন্ধ আছে।

পৰিৱেশে আমাক ইমানলৈকে কু-শিক্ষা দিছে যে বৰ্তমান সময়ত সঁচা কোনটোক কয়, মিছা কোনটোক কয় তাৰ পাৰ্থক্য উলিওৱাই টান হৈ পৰিছে। এজন সৰু ল'ৰাই যেতিয়া কিতাপৰ পাতৰপৰা "সদায় সত্য কথা কবা। মিছা কথাৰ ঠেং চুটি" আদি বাক্য মুখস্থ মাতি থাকে সি তেতিয়া একো বুজি নোপোৱাকৈ মুখস্থ মাতি থাকে। অৰ্থাৎ "সদায় সত্য কথা কবা" মানে কি তাক হৃদয়ঙ্গম কৰিব নোৱাৰাৰ বাবেই সি মুখস্থ কৰিছে। এই হৃদয়ঙ্গম কৰিব নোৱাৰাৰ কাৰণ হ'ল—সি মাক-পিতাকৰপৰা তাৰ ওচৰৰ সমাজখনত যিবোৰ দৈনন্দিন ঘটনা ঘটি থকা দেখিছে সেইবোৰ সি পঢা কথাবোৰতকৈ সম্পূৰ্ণ বেলেগ। পৰিৱেশে তাক বুজি নোপোৱা কৰিছে আৰু সেইবাবেই সি দাড়ি-ক'মাৰে সৈতে বাক্যটো মুখস্থ কৰিছে।

ৰাস্তাৰ কাষত গেলি পচি যোৱা মৰাশ এটাৰ দুৰ্গন্ধই পাৰিপাৰ্শ্বিক অৱস্থা যিমানখিনি দূষিত কৰে সেই একে ৰাস্তাৰ কাষতে বহি ডেকা ল'ৰাই যেতিয়া সুৰুচিপূৰ্ণভাৱে গৈ থকা মা-ভনীহঁতক দেখি অশ্লীল, অবাইচ ভাষাৰে চিঞৰ বাখৰ কৰে, তাতো সিমানখিনিয়ে পৰিৱেশ দূষিত হয়। দুয়োটা পৰিৱেশতে ভদ্ৰলোক ভদ্ৰমহিলাই নাকত সোপা

দিয়ে। ভাল খাস্থ্যৰ কাৰণে যদি ষৰত নির্মল পানী খাব লাগে; ভাল সমাজৰ কাৰণে নির্মল চৰিত্ৰৰে ল'ৰা-ছোৱালীক গঢ় দিব লাগে। এই সাধাৰণ কথাটো কিন্তু বৰ্ত্তমানে মাক পিতাকহঁতে নজনাৰ ভাও ধৰি থাকে। ফলৰ ভৰত গা-গছ যে কেতিয়াবা হালি পৰে তাক তেওঁলোকে মনেই নকৰে।

সামাজিক ন্যায় প্ৰতিষ্ঠা কৰিবলৈ হলে মানুহে প্ৰথমতে নিজৰ ঘৰখনৰপৰা কাম আৰম্ভ কৰিব লাগিব। কিয়নো সামাজিক ন্যায় প্ৰতিষ্ঠাই সমাজখনৰ পৰিবেশ যেনেদৰে সুস্থ কৰে, সামাজিক ভ্ৰষ্টাচাৰে তেনেদৰে সমাজৰ পৰিবেশো দূষিত কৰে।

## ॥ ইংৰাজী শব্দৰ মোহ ॥

আজি কিছু বছৰ আগৰ কথা। শিলঙৰ লেডি হায়দাৰি পাৰ্কত বঙালী বিহু উৎযাপন সমিতিয়ে চাৰিদিনীয়াকৈ বিহু সম্মিলন পাতিছে। আবেলিৰপৰা ভৰ নিশালৈকে সাংস্কৃতিক অনুষ্ঠানত মানুহৰ বৰ ভিৰ। সেয়ে দুই চাৰি দিনৰ বাবে পাৰ্কতে কোনো কোনোৱে চাহ মিঠাইৰ দোকান দিয়ে। গৰ্গ গোস্বামীয়েও দোকান এখন দিলে আৰু তিলপিঠা, চুঙাপিঠা, হেজাৰমুখী, ঘিলাপিঠা, নাৰিকল পিঠা, লাৰু আদিৰ ফৰ্দিখন দামৰ সৈতে সন্মুখত বৰ ডাঙৰ চিলেট এখনত লিখি থলে। প্ৰথম দিনাখন গোস্বামীয়ে হামিযাই-হিকতিয়াই বহি থাকিল আৰু দুই এযোৰা অসমীয়া মেম-চাহাবে দূৰতে ফিচিঙা-ফিচিঙি কৰি গুচি গ'ল আৰু ওচৰৰে কেক, অম্লেট, বইল কেক্ ৰখা দোকান দুখনত মানুহৰ ভিৰ দেখা গ'ল। সিদিনা ৰাতিৰ ভিতৰতে নলবৰীয়া গোসাঁইৰ মূৰত কিবা এটা খেলালে হবলা? পিছদিনাখন তেওঁ দোকানৰ আগৰ বস্তুবোৰকে ৰাখি ক'লা ডাঙৰ চিলেটখন মচিলে আৰু খাবলৈ ৰখা বস্তুবোৰৰ এনে একোটা ইংৰাজী নাম দিলে যাতে মানুহে সহজতে উচ্চাৰণ কৰিবও নোৱাৰে আৰু অতি অতুৎসাহীয়ে ইংৰাজ অভিধানতো সেই শব্দবোৰ বিচাৰি নাপায়।

গোঁসাইৰ বুদ্ধিয়ে কাম দিলে। পিছদিনা অসমীয়া, অনা-অসমীয়া গ্ৰাহকেৰে দোকান ভৰি পৰিল। খাই উঠি অৱশ্যে দুই একে হাঁহিলে। কিন্তু দামটো দোকানীয়ে ঠিকেই পালে। গোঁসাইৰ দোকানখনৰ গ্ৰাহকৰ লেখীয়া অৱস্থা আজিও যে ঘটি থকা নাই তেনে নহয়। আজি কিহেৰে ভাত খালি বুলি কোনোবাই সুধিলে অকণমানি ল'ৰাটোৱেও 'আলুপিটিকাৰে ভাত খালো' বুলি কবলৈ লাজ কৰে অথচ হোটেল কুবেৰত চাৰিগুণ দামেৰে আমি পটেটো ম্যাচ্ প্ৰায়ে খাই

থাকোঁ। তেনেদৰে নগাৰগৰী ৰবটেঙা হলে বৰ মিঠা। ইংৰাজী শব্দৰ প্ৰতি ইমান বেছি মোহ থকাৰ বাবেই হয়তো পাউকটি বনোৱা কাৰিকৰবোৰে যি কাণ কটা, আধা কাণ কটা, সম্পূৰ্ণ কাণ কটা আদি নতুনকৈ বিস্কুট বা মিঠাই বজাৰত উলিয়াই আমাক বিক্ৰী কৰি আছে। সেইবোৰৰ নাম কিন্তু অসমীয়া নহয় ইংৰাজীহে। 'লাভলি' খাই পাইছে নে?

ইংৰাজী কম জনা মানুহবোৰৰ ইংৰাজীৰ প্ৰতি মোহ আৰু এখোপ বেছি। আকাৰ, উকাৰ কোনে দি থাকে, তাতোকৈ একেপাকে চিগনেচাৰ কৰি বেছি ভাল লাগে। লিখিবলৈও সহজ। সেয়েহে আনৰ দৰ্খাস্তত For necessary action, For consideration লিখি বেছি ভাল লাগে। চৰকাৰী মটৰ আস্থানৰ yard Master নাম ফলকত "চোতাল চৰ্দাৰ" লিখিবনে?

অসমৰ বেছি ভাগ লেখকে লেখোতে বা বক্তৃতা দিওঁতে ইংৰাজী শব্দ ইমান বেছি ব্যৱহাৰ কৰে যে পাঠকে বা শ্ৰোতাই বহু সময়ত নিজৰ ভাষাৰ প্ৰতি-শব্দটোকে পাহৰিবৰ উপক্ৰম কৰে। ফলত কিছু বছৰৰ মূৰত নিজৰ ভাষাৰ শব্দটোকে বুজি নোপোৱা শব্দ হয়গৈ। ৰেডিঅ' বুলি নকৈ বেটাৰ যন্ত্ৰটো বন্ধ কৰি দে বুলি কলে আপোনাৰ কাম কৰা ল'ৰাজনেও হা-কৰি মুখ মেলি চাই ৰব। ওচৰত থকা আপোনাৰ আলহীয়ে হাঁহি দিব। ফোনৰ সলনি 'কাণবতৰা' বা 'কাণফুচফুচ'টো ধৰাচোন বুলি ক'লে আপোনাৰ পৰিবাৰেও সিদিনা ক'ৰবাত কিবা 'ধৰি' অহা বুলি সন্দেহ কৰিব। কথা হ'ল এনেকুৱা শব্দবোৰ কোনে আগতে প্ৰচলন কৰিব? কাৰ আগতে লাজ ভাঙিব? আচৰিত কথা এযে যে অসমীয়া বা হিন্দী ভাষা ভুলকৈ কলে মানুহে নাহাঁহে, কিন্তু ইংৰাজী কওঁতে যদি আপোনাৰ ভুল হয় তেন্তে আপুনি পৃথিৱীৰ একো নাজানে বুলি প্ৰমাণ হৈ যায়। আপুনি লিখা উপন্যাসখনত 'আঙ্কল' শব্দটো বাৰে বাৰে ব্যৱহাৰ কৰিলেও আপোনাৰ সমালোচকে একো নকয়, কিন্তু যদিহে আপুনি আঙ্কলৰ সলনি 'নাউপিতা' 'বাপাপিতা' বুলি লিখে তেনেহলে আপোনাক নলবৰীয়া

শব্দ, ঘৰপেটীয়া শব্দ, ব্যৱহাৰ কৰা বুলি বুজি নোপোৱাৰ ভাও ধৰিব।

কাজিয়া লাগি থং উঠিলেটো ইংৰাজী শব্দৰ বাহিৰে আন শব্দ নোলায়। ওচৰত থকা মানুহেও ইংৰাজী কব জনা জনৰ কথাতে অৱশেষত হয়ভৰ দিয়ে।

ইংৰাজী শব্দৰ ব্যৱহাৰ সতকাই নাযায়, বৰঞ্চ এটা নিৰ্দিষ্ট সীমাতে আবদ্ধ, আমাৰ নিজা ভাষাবোৰৰহে কিছুমান শব্দ কালত নোহোৱা হৈ যাব বুলি আশঙ্কা কৰা হৈছে। আজি আধুনিক জীৱন যাত্ৰাত প্ৰেছাৰ কুকাৰ, গেছ, চিলিণ্ডাৰ, লাইটাৰ, দাইনিংচেট্, মৰনিং চেট্, পাতৰ চেট্, মুগাৰ চেট্ আকৌ গাঁৱবোৰত ট্ৰেক্টৰ, পাম্প ইত্যাদি জাকে জাকে ইংৰাজী শব্দ সম্ভাৰ আহিবই লাগিছে।

## ॥ কেৱল লেখক সকলৰ বাবে ॥

কাল্পনিক চৰিত্ৰক বাস্তৱ অভিজ্ঞতাৰে খঁচি পিছি লেখকে গল্প, উপন্যাস, নাটক আদি ৰচনা কৰি আহিছে। এই চৰিত্ৰবোৰ বাচি উলিয়াওতে বেছিভাগ লিখকে কৰ নোৱাৰাকৈয়ে কিছুমান এনে ধৰণৰ চৰিত্ৰৰ আশ্ৰয় লয় আৰু তাত বিশেষ এক সম্প্ৰদায় বা জাতি বা কোনো বিশেষ ধৰণৰ বৃত্তিৰ মানুহক লেটিয়াই পেলায়। এনেদৰে গতানুগতিক কিছুমান চৰিত্ৰ অঙ্কনৰ ফলত লেখকে ইঞ্জিনীয়াৰ এজনৰ চৰিত্ৰৰ গল্প আৰম্ভ কৰোঁতে পঢ়ুৱৈৰ মনত এজন ঘোচখোৰ, চাৰিতলা বিল্ডিঙৰ কথা চকুত ভাহি উঠে! চৌধুৰী নাইবা গোস্বামী বুলিলেই মাটিৰ মালিক, মৌজাদাৰ আদিৰ কথা পঢ়ুৱৈয়ে ধাৰণা কৰি লয়। মন্ত্ৰী, এম এল এ নাইবা তেনে সমাজ কৰ্মীৰ কথা প্ৰথম পৃষ্ঠাত ওলালেই সমাজত নাভুত-নাশ্ৰুত ঘটনা ঘটায় শোষণকাৰী বুলি পঢ়ুৱৈয়ে ধাৰণা কৰি লয়।

বেছিভাগ লেখকে সমাজৰ জটিল চৰিত্ৰবোৰ অঙ্কন কৰিব নোৱাৰি তেওঁলোকে কেবা যুগো আগতে পোৱা চৰিত্ৰ কিছুমানৰ আশ্ৰয় লয় আৰু পঢ়ুৱৈৰ মনত একঘেয়া আদৰ্শকে দেখুৱাবৰ চেষ্টা কৰে। গাড়ীৰ ড্ৰাইভাৰজন কোনোবা ৰাভা, বড়ো বা দাস যে হ'ব লাগে ভট্ট বা শৰ্মা নহয় কিয়? অফিচৰ পিয়নৰ চৰিত্ৰটো কোচ, কেওত যে হ'ব লাগে বৰঠাকুৰ, বৰুৱা নহয় কিয়? ধমকি দিয়াৰ নামত 'গাধা', 'গৰু' বোলা শব্দ কেইটা নিদি আন গালি পাবা 'ভদ্ৰ শব্দ' নাই নেকি? সকলোৱে চীফ চেক্ৰেটাৰী হ'ব নোৱাৰে বুলি জানিও উদণ্ড চৰিত্ৰৰ মুখত এই শব্দবোৰ কিয় ব্যৱহাৰ কৰিব লাগে? পিয়ন, চাপ্ৰাচী এজনেও টি ভি চায়, চিনেমা চায়, আলোচনীত গল্প পঢ়ে। পিয়ন কাম কৰা মানুহ এজনৰ অৰ্ধচেতন মনত লাজ আৰু বেজাৰ অনুভৱ কৰিব দিব

লাগে কিয় ? 'মাষ্টৰী চাকৰিৰ পইচাৰে নো কি কৰিম', 'কেৰাণী মানুহে জানো ভাল মাছ খাব পাৰে' ইত্যাদি ধৰণৰ সংলাপে আমাৰ সমাজত যথেষ্ট ক্ষতি কৰে। ঠিক তেনেদৰে তথাকথিত উচ্চ শ্ৰেণী হলেই যে তেওঁক শোষণকাৰী ৰূপে দেখুৱাব লাগিব তাৰ কোনো মানে নাই। শোষণকাৰী যি কোনো মানুহেই হ'ব পাৰে। শোষণকাৰীৰ শ্ৰেণী একেটাই। তেওঁ মন্ত্ৰী নহবও পাৰে তেওঁ গোস্বামী বা বৰঠাকুৰ নহবও পাৰে। শোষণকাৰী নিজৰ জ্ঞাতি ভাইৰ মাজতো থাকিব পাৰে। একেখন অসমীয়া সমাজতে যদি সদায় লেখকসকলে বিশেষ এটা শ্ৰেণীক আন এটা শ্ৰেণীৰ শোষক ৰূপে অঙ্কিত কৰি থাকে তেনেহ'লে সি মিছা হলেও পিছত গৈ সামাজিক বিদ্বেষ আৰু ঘৃণাত পৰিণত হয়।

কোনোবা চৌধুৰীয়ে কোনোবা মধু খেতিয়কক চুক্তিৰ ধান দুমোন দিব নোৱাৰাৰ বাবে পুলিচৰ হতুৱাই মাৰ খুউৱা নাইবা জেলত ভৰোৱা আদি চৰিত্ৰ অঙ্কন নকৰি এতিয়া মধুহঁতৰ কামৰ তাগিদা আৰু শিক্ষাৰ পোহৰ লবলৈ কৰা চেষ্টা দেখুৱাই দিও লেখকে তেওঁলোকক শোষণৰ পৰা মুক্ত কৰাটো দেখুৱাব পাৰে। ভগামন্ত্ৰী আৰু বিধবা গাভৰুৰ ৰসাল প্ৰেমৰ কথাকে লিখি নাথাকি লেখকসকলে এওঁলোকৰ ভাল দিশটোলৈও দৃষ্টিপাত কৰাব পাৰে। দুখীয়াৰ দুখখিনি শুৱলা শব্দৰে বৰ্ণনা কৰি পঢ়ুৱৈৰ বা. বা. ল'লেই নহ'ব, দুখীযাৰ দুখ মোচনৰ উপায়ো যদি লেখকে বৰ্ণনা কৰিব পাৰে তেহে সমাজৰ কিবা উপকাৰত আহিব পাৰে। এনে ধৰণৰ লিখা হয়তো ভাল সাহিত্য নহ'ব পাৰে, কিন্তু সমাজৰ উপকাৰত অহাৰ যথেষ্ট থল আছে।

## ॥ প্ৰচাৰ অপপ্ৰচাৰ ॥

প্ৰচাৰ কাৰ্য অতি পুৰা কালৰপৰাই এটা প্ৰচলিত ব্যৱস্থা যাৰ দ্বাৰা সৰ্বসাধাৰণক কোনো এক বিশেষ বিষয়-বস্তুৰ ওপৰত এটা ধাৰণা সুমুৱাই দিয়া হয়। তাহানি ঢোল কোবাই মুখত চুঙালৈ প্ৰচাৰ চলোৱাৰপৰা আজি দূৰদৰ্শনৰ যুগলৈকে অহৰহ প্ৰচাৰ কাৰ্য চলিয়েই আছে। বৰ্তমানে প্ৰচাৰ মাধ্যম ইমান বেছি জোৰদাৰ হৈছে যে যি কোনো বিষয়-বস্তুৱেই সৰ্বসাধাৰণৰ দৃষ্টিগোচৰ হবলৈ মাত্ৰ কেই মিনিট মানৰ হে দৰকাৰ।

আমাৰ এই ক্ষুদ্ৰ প্ৰবন্ধত কেৱল এই প্ৰচাৰ কাৰ্যই সৰ্বসাধাৰণ ৰাইজক ক্ষতি সাধন কৰিব পাৰে নেকি তাকেহে জুকিয়াই চাম। মূৰৰ বিষ, প্যানী লগা, কাহ, শালমন, ফোহা আনকি পেট উথহা জাতীয় অসুখ আদিৰ এনে কিছুমান ঔষধৰ জাননী ইমান বেছিকৈ আমাৰ চকুৰ আগত দাঙি ধৰিছে যে ইযাৰে কিছুমান ঔষধ ইতিমধ্যে আমাৰ পাণ দোকানীবোৰে বিক্ৰী কৰা আৰম্ভ কৰিছে। লজেন-বিস্কুট ৰখাৰ নিচিনাকৈ এই ঔষধবোৰো তেওঁলোকে বৈয়ামত ভৰাই ৰাখিছে আৰু পেটৰ বিষ হোৱাই পেটৰ বিষ গুচাবলৈ, কাহ থকাজনে কাহ গুচাবলৈ এই ঔষধবোৰকে খাই আছে। কিন্তু এই ঔষধবোৰ প্ৰকৃত বেমাৰৰ বাবে ব্যৱহাৰ কৰা হৈছে নে নাই তাক সেৱন কৰোঁতাজনেও নাজানে। বহু সময়ত, এই ঔষধবোৰৰো যে কিছুমান বেয়া গুণ আছে তাক পাহৰি থাকে। ড্ৰিংক কৰাৰ পিছত মূৰটো টিনটিনোৱা শিক্ষিত ভদ্ৰলোকে মূৰৰ বিষ মাৰিবলৈ পাণ দোকানৰ ঔষধ খাই মৃত্যু মুখত পৰিছে।

সপৰিয়ালে টিভি চাই থাকোঁতে প্ৰচাৰ কৰিব খোজা বস্তুটো দেখাৰ আগতে দৃশ্যৰ অৱতাৰণা কৰি থাকোঁতেই সৰু সৰু ল'ৰা-

ছোৱালীবোৰে,—বস্তুটো কি, কোনে আগতে কব পাৰে তাৰ প্ৰতিযোগিতা চলে। ফলত সিহঁতে লিৰিল, চিবাকা, কলগেট, নিৰ্মা আদি শব্দবোৰ উচ্চাৰণ কৰাৰ লগতে 'এইবাৰ নিবোধ' বুলি ধপহকৈ কৈ দিলে আপুনি হাঁহিব নে কান্দিব? তেনেদৰে প্ৰসাধনৰ সামগ্ৰী আৰু ঔষধ ইমান বেছি চকুৰ আগতে জিলিকি থাকে যে অনেক সময়ত কিনোতাৰ মনতে এক দোধোৰ-মোধোৰ অৱস্থা হৱগৈ।

আজি কালি আকৌ আত্মপ্ৰচাৰটো ইমান বেছি হৈছে যে কোনো কোনো সময়ত ই বজাৰৰ পণ্য দ্ৰব্যৰ প্ৰচাৰকো চেৰ পেলাইছে। আত্মপ্ৰচাৰ কৰি ভালপোৱা লোকে সমাজৰ যি কোনো স্তৰতে থাকি প্ৰচাৰৰ সুবিধা কৰি লয় আৰু মানুহে কাম চাই তেওঁৰ প্ৰতি এটা ধাৰণা কৰি লোৱাৰ আগতে তেওঁ নিজে মানুহৰ মাজত এটা ধাৰণা সৃষ্টি কৰি দিয়ে। এনেয়ে সাধাৰণ দৃষ্টিত শিক্ষিত চামে প্ৰচাৰৰ কচাল গ্ৰাসত পৰিব নালাগিছিল, কাৰণ বস্তুৰ গুণাগুণ নিৰ্ধাৰণ কৰা ক্ষমতা তেওঁলোকৰ আছে বুলি ধৰি লোৱা হয়। অথচ বাস্তৱত তেওঁলোকৰ ওপৰতহে ইয়াৰ বেছি প্ৰভাৱ পৰাটো পৰিলক্ষিত হয়। একেই চাবোন গোটা ডোখৰ এটা দামত কিনে, গুড়িখিনি বেলেগ এটা দামত কিনে। আকৌ ধুনীয়া বটলটোৰে সৈতে পনীয়াখিনি আন এটা দামত কিনে। এইবোৰ কিনিবলৈ বাতৰি কাকত, টি ভি বা ৰেডিঅ'ত বিজ্ঞাপন শুনি বা দেখি মেম চাহাববোৰ সদায় বজাৰলৈ দৌৰিয়ে আছে : তাক কোনে নাজানে।

অতি প্ৰচাৰ অপপ্ৰচাৰ। কৰ্মৰ অলপ আগে আগে প্ৰচাৰ চলি থাকিলে বিশ্বাস থাকে, কিন্তু কৰ্মতকৈ বহু আগবাঢ়ি যদি প্ৰচাৰ কাৰ্য চলি থাকে তেতিয়া মানুহৰ মোহভঙ্গ হয়। তেতিয়া 'এইবাৰ নিবোধ' বুলি চিঞৰি উঠিলেও আপুনি ল'ৰা-ছোৱালীৰ মুখত হাত দিব নোৱাৰিব,—নহলে নিজে ধৰা পৰি যাব।

## ॥ খোজ লাহেকৈ দিবি ॥

মটৰ বা স্কুটাৰ চালকৰ সম্মুখত সৰু আয়না এখন থাকে। এই আয়নাখনৰ সহায়েৰে চালকে পিছফালৰপৰা অহা গাড়ী আদি চাইচিতি "পাছ" দিব পাৰে। বৰ্ত্তমানে গুৱাহাটীত ৰাস্তাৰে খোজ কাটি যোৱাবোৰৰ বাবেও পিছফালৰ যানবাহন চাব পৰাকৈ এখন সৰু আয়না ডিঙিত আৰি ল'ব লগা হৈছে। স্পীডৰ কোনো কণ্ট্ৰোল নথকা বাবে কোনখন চুজুকিয়ে নাইবা কোনখন বুলেটে আপোনাক পিছফালৰপৰা খুন্দিযাই থৈ যায় ততকে ধৰিব নোৱাৰিব। ফুটপাথ থকা ৰাস্তাত আপুনি নিশ্চিন্ত মনে যাব নোৱাৰে। অৰ্থাৎ খোজ কাঢোতেও আপুনি যে খোজকাটি আছে সেই কথাটোহে চিন্তা কৰি যাব লাগিব। এদিন ফুটপাথৰ ওপৰেৰে খোজকাটি যাওঁতে মোৰ সৰু ছোৱালীজনীয়ে সুধিছিল. "এয়া দেউতা মানুহৰ স্পীদ ব্ৰেকাৰ নেকি?" "নাপায় ডাঙৰকৈ নকবি। বাটৰ মানুহে শুনিলে হাঁহিব।"

: স্কুল ছুটী হলে গাডীবোৰ ৰখাই নিদিয়ে জানা? আমি ৰাস্তাটো পাৰ হ'বই নোৱাৰো।

গুৱাহাটীৰ বাট পথত খোজকাটি যোৱাটো যে দিনক দিনে দুৰূহ হৈ আহিছে তাক সকলোৱে উপলব্ধি কৰিছে। বৰষুণৰ বতৰত ভাল এসাজ কাপোৰ পিন্ধি বাটত খোজকঢ়া কথাটো ভাবিবই নোৱাৰি। বেছি ভাগ দুৰ্ঘটনা অকল চালকৰ অসাৱধানতাৰ বাবেই ঘটে। তেওঁলোক নিজেও মৰে আনকো মাৰে। খোজকাটি যোৱা মানুহতকৈ গাডীৰে যোৱা মানুহৰ তাগিদা বেছি বুলি সকলোৱে জানে, অৰ্থাৎ 'সোনকালে যদি গৈয়েই নাপাওঁ গাডী ব্যৱহাৰ কৰিছো কেলেই?' কিন্তু চালকসকলে এই সোনকালখিনি অলপ দীঘলীয়াকৈ ভাবিলে বাটৰ খোজকাটি যোৱা মানুহখিনিয়ে অলপ সকাহ পালেহেঁতেন।

গাড়ী নথকা মানুহে গাড়ী থকা মানুহক ঈৰ্ষা কৰে। আমি কিন্তু এই কথা অলপো মনত ঈৰ্ষা নাৰাখি সকলোৱে ভালৰ কাৰণে কৈছোঁ। কিয়নো অতি সোনকালে গুৱাহাটীৰ বাট পথ ভাল হোৱাৰ আশা নাই। গতিকে পদযাত্ৰীয়ে হওঁক বা গাড়ী যাত্ৰীয়ে হওঁক সকলোৱে নিজে নিজে সাৱধান হোৱা উচিত। দুই ফাৰ্লং বাট খোজ নাকাটি চিটি বাছত অযথা ভিৰ কৰাটোও দূৰণীবটীয়া যাত্ৰীয়ে পছন্দ নকৰে। স্কুলীয়া ল'ৰাই গাড়ীত ওলমি যোৱা 'ফূৰ্তি'টো একেবাৰেই পৰিত্যাগ কৰিব লাগে। অকল কণ্ডাক্টৰেই নহয় বাছৰ আন আন যাত্ৰীয়েও এনেকুৱা ল'ৰাক বাধা প্ৰদান কৰিব লাগে।

যানবাহনত উঠাটো বৰ্তমানে মানুহৰ যি এটা চখত পৰিণত হৈছে ইয়ে বহুখিনি আহুকালৰ সৃষ্টি কৰিছে। 'দুখীয়া' মানুহে দুমাইল ৰাস্তা খোজ নাকাটি, পাব্লিক বাছত কণ্ডাক্টৰৰ লগত কাজিয়া কৰি এক টকাৰে ইষ্ট কুটুম্বৰ ঘৰলৈ যায়, অথচ গাঁৱৰে সংকটজনক অৱস্থাত থকা বেমাৰীজনক মেডিকেললৈ নিবলৈ গাড়ীত ঠাই নাই। মানুহৰ এই মায়া-মোহ নোহোৱা অৱস্থাটো দিনক দিনে বেছি হৈ আহিছে।

গুৱাহাটীতে আমি দেখিছো কিছুমান ডেকাই দিনটো স্কুটাৰ, মটৰ চাইকেলতে উঠি থাকে। দেখাত কিন্তু তেওঁলোকৰ ব্যস্ততাটো (স্পীড) বেছি। চাউলৰ দাম বাঢ়িলে যেনেকৈ মানুহে আধাপেটী ভাত নাখায়, তেনেকৈ পেট্ৰলৰ দাম বাঢ়িলেও মানুহে গাড়ী নচলোৱাকৈ নাথাকে। এনেবোৰ কথাত ব্যক্তিগতভাৱে কাকো একো কব নোৱাৰি। কাৰণ এনেয়ে ঘূৰি ফুৰাটো নিষ্প্ৰয়োজন বুলি আমি কলেও তেওঁৰ হয়তো সেইটোৱে প্ৰযোজন হ'ব পাৰে। সেইবাবে আমি যি কামকেই নকৰো লাগিলে আনৰ সুবিধা অসুবিধাটো এবাৰলৈ হলেও ভাবি চাব লাগে। একোখন মাটি কটিযাই অনা ট্ৰাকে যেতিযা হিলদল ভাঙি পৃথিৱীৰ সমস্ত বস্তুকে চেৰ পেলাই ধুমুহা গতিত আগবাঢে তেতিয়া বাটকৰা হিচাপে বাটৰপৰা নামি যোৱাৰ বাহিৰে আন উপায় নাথাকে; কিন্তু তেতিয়াও যদি ট্ৰাকখন নাইবা আন এখন যানবাহন আপোনাৰ গালৈ নামি আহে ?

## ॥ নাম সলনিৰ নাম ॥

আজিকালি বাট-পথ, কোনো অনুষ্ঠান, ভৱন, উদ্যান আদি প্ৰয়াত জ্ঞানী-গুণী ব্যক্তিৰ নামত ৰখাটো দেশৰ নাগৰিকসকলৰ এক নিয়মিত অভ্যাসত পৰিণত হৈছে। সন্দেহ নাই, এই অভ্যাস সম্পূৰ্ণ আৱেগপূৰ্ণ। টং কৰি চালেই গম পাব যে এই অনুষ্ঠান, ভৱন, উদ্যান আদি বেছিভাগ ক্ষেত্ৰতে ব্যক্তিজনাৰ স্মৃতি যুগমীয়া কৰি ৰাখিবৰ বাবে সজা নহয় বৰঞ্চ সজাৰ পিছতহে কাৰ নামাকৰণেৰে নামাকৰণ কৰা হব সেইটো বিচৰা হয়। ইযাৰ ফলত বহুতো বাকবিতণ্ডা হোৱাও পৰিলক্ষিত হয়। সি যি কি নহওঁক, গুণীজনৰ নাম চিৰস্মৰণীয় কৰি ৰাখিবৰ বাবে কৰা এই 'পদ্ধতিটোক' এতিয়ালৈকে কোনেও আপত্তি কৰা নাই। বৰঞ্চ 'আইত জোপাৰ কাষেৰে আগুৱাই গৈ শিৱ মন্দিৰটোৰ বাওঁহাতে যোৱা উপপথটোৰে ঘূৰি দক্ষিণমুৱাকৈ গলেই অমুকৰ ঘৰ পাব' বুলি কোৱাতকৈ 'অমুক চন্দ্ৰ পথৰ পশ্চিমফালৰ পৰা চাৰিঘৰ এৰিলেই তমুকৰ ঘৰ পাব' বুলি কোৱাটো যেনেদৰে সহজ, বিচৰাটোও তেনেদৰে সহজ।

এতিয়া কথা হ'ল এই নামবোৰ অদূৰ ভৱিষ্যতে কেতিয়াবা সলনি হৈ যাব নেকি? আৰু যদি সঁচাকৈয়ে সলনি হৈ যায় তেনেহলে বৰেণ্য ব্যক্তিসকলৰ নাম সঁচাকৈযে জানো উপযুক্তভাৱে ব্যৱহাৰ হোৱা বুলি ভাবিলম? তেওঁলোকৰ নাম যুগমীয়া কৰি ৰাখিব খোজা সকলকো জানো আমি হেয় জ্ঞান নকৰিলো? এনেবোৰ কথা সমাজৰ খুব কম সংখ্যক মানুহে ভাবে আৰু তেওঁলোকে কয়,—এতিয়া আমি আৰু কাৰ্জন হ'ল, চুদমাৰ্চন হ'ল নেদেখা হলো। আৰ্ল ল কলেজ ক'ত বুলি সুধিলে বহুতে হয়তো কব নোৱাৰিব। কটন নামটোও কোনো কোনোৱে বু-বু বা-বা কৰিছে। কলিকতা মহানগৰীত কেবাটাও বাট পথ এনে 'সলনিৰ' গ্ৰাসত পৰিছে কোমো কোনো

ঠাইত এনেকুৱাও হৈছে যে বিদেশী নামৰ সলনি আকৌ বিদেশী নামকে ব্যৱহাৰ কৰা হৈছে। এনেবোৰ 'সলনি'ও বৰ্ত্তমান সকলোৱে বাহ্ বাহ্ দিছে সঁচা, কিন্তু এইটো 'আদৰ্শ' যদি আমাৰ উত্তৰ পুৰুষসকলে অনুকৰণ কৰে তেনেহলে এটা সময়ত মানুহে আন কাম বাদ দি কেৱল চাইনবোৰ্ডকে লিখা আৰম্ভ কৰিব কাৰণ এচাম মানুহে নাম সলনিটোকে উন্নতিৰ মাপ-কাঠি বুলি ভাবিবলৈ আৰম্ভ কৰিছে।

সেইদৰে ঠাইৰ নামৰ সলনি হলেও বহু মানুহে উদৰ পূৰাই খোৱাৰ নিচিনা তৃপ্তি পায়। গৌহাটী বাদ দি গুৱাহাটী লিখিছো, নগঙ্ বাদ দি নগাঁও লিখিছো, কিন্তু হেন্দিক বাদ দি সন্দিকৈ লিখা নাই। আমাৰ কেতিয়াবা পুৰণিলৈ বৰকৈ মনত পৰে। সিও আবেগতহে। অচিৰতে পাটনাক আপুনি পাটলিপুত্ৰ বুলিব লাগিব। হেন জানি প্ৰাগজ্যোতিষপুৰ আৰু খাগৰিজান যে বুলিব নালাগিব তাকেই বা কোনে ন দি কব পাৰে। কমতাপুৰ ৰাজ্যৰ নাম ঘুমুক ঘানাকৈ শুনিয়েই আছো। অসমীয়া ভাষা নালাগে বুলি কোৱা মানুহেই যদি উদয়াচল লিখিব পাৰে, মেঘালয় লিখিব পাৰে, অৰুণাচল লিখিব পাৰে তেনেহলে সাধাৰণ বুদ্ধিৰ মানুহে উবহিব ওৰ ক'ত বিচাৰি পাব? সংস্কৃত ভাষাৰ শব্দ বুলি কব? সংস্কৃততো কেতিয়াবাই আঁতৰালো।

কিছুবছৰ আগৰ কথা। আমাৰ গাঁৱৰ ওচৰতে 'শ খোৱা' নামৰ গাঁও এখন আছিল। যুগ যুগ ধৰি এই নামটোকে চলি আছিল বুলি বুঢ়া মেথাই কয়। হঠাতে গাঁওখনৰ ডেকাহঁতে লগলাগি এই 'শ খোৱা' গাঁৱৰ নাম সলনি কৰি নতুন নাম থলে ফুলবাৰী। গাঁৱৰ নাম শ খোৱা কিয় আছিল বুলি যদি এই নামটোকে আকৌ ভবিষ্যত পুৰুষ সকলে বিচাৰে? আকৌ গুৱাহাটীৰ পৰা ডিমু-বাহাৰঘাট হৈ যোৱা বাছখনত গলে আপুনি সোল্‌কাৰ চ'ক পাব। সোল্‌কা এজন মানুহৰ নাম। সোল্‌কা শব্দৰ অৰ্থ লৰক-ফৰক। সোল্‌কাৰ চকৰপৰা এক কাৰ্লং আগলৈ যাব বুলি কলেও মাছখোৱাতে পোৱালি হেণ্ডিমেনে ভাড়াৰ নিৰিখ আপোনাক কৈ দিব। এনেহেন ৰাইজে জনা নাম এটাৰ সলনিৰ কথা কোনোবাই ভাবিব পাৰে নে?

## ॥ সামাজিক আচৰণ ॥

আজি চাৰি বছৰ মান আগতে ইংৰাজী দৈনিক বাতৰি এখনত সম্পাদকলৈ লিখা চিঠিত লিখিছিলো যে বৰ্ত্তমান যি কোনো ৰাজহুৱা ঠাইতে কিছুমান ব্যৱহাৰ পাতিৰ শালীনতা নোহোৱা হৈ আছিছে। সেই চিঠিখনতে কিছুমান উদাহৰণ লিপিবদ্ধ কৰি আমি সমাজ সচেতক নাইবা সমাজ বিজ্ঞানীসকলৰপৰা ইয়াৰ কাৰণ সম্বন্ধে জানিব বিচাৰিছিলো। দুৰ্ভাগ্যবশতঃ আমি কাৰোপৰা একো সমিধান নাপালো, কিন্তু সমিধান নাপালো বুলিয়েই এনেবোৰ বিষয় এৰি দিব নোৱাৰি।

আজি কেৰেলাৰ মানুহ এজনে চিটিবাছত উঠি ভগুনীয়া নথকা বাবে কণ্ডাক্টৰৰপৰা যিটো ব্যৱহাৰ পায় সেইটোৱে বহিৰাগতবোৰৰ মনত আমাৰ সামাজিক আচৰণ সম্বন্ধে মনত এটা খুঁট লৈ যায়। আজি মাছৰ বজাৰত, পাচলিৰ বজাৰত, গোঁসাই ঘৰত, চিটিবাছত, চিনেমা হলৰ কাউণ্টাৰত কিবা নহয় কিবা এটা কাৰণত আপুনি বেছি নহলেও দুজনৰ মাজত কাজিয়া এখন দেখিব। বাক্ যুদ্ধই হওঁক বা মুষ্টি যুদ্ধই হওঁক এইবিলাক কাজিয়াৰ আহ বিচাৰি গলে কাৰণটো তেনেই সামান্যহে পোৱা যাব। বাটকুৰি বাই আহি কোনোবা এজনে যদি অফিচৰ বাবুক মাতি মাতি ভাগৰি পৰাটো টেবুলৰপৰা মূৰ তুলিকে নাচায় তেনেহলে তেওঁৰ ব্যৱহাৰ কেনে হব তাক সহজতে অনুমান কৰি লব পাৰি। চহী হোৱা ফাইলটো অফিচাৰৰ টেবুলত বহু সময় পৰি থকা বাবে আপুনি ফোৰ্থ গ্ৰেড অফিচাৰজনক ফাইলটো সোনকালে বৰবাবুক আনি দিবলৈ খাটনি ধৰোতে যদি "মই আপোনাৰ চাকৰ নহয়" লেখীয়া উত্তৰ পায় তেনেহলে আপোনাৰ কেনে লাগিব বাৰু?

মূল ৰাস্তাৰ কেকুৰিটোত এজন এচিষ্টেণ্ট চাব ইন্সপেক্টৰে চিপাহীক "ষ্টুপিড ব্লাদি" বুলি গালি পাৰি কাম দেখুৱাই গুচি গৈছিল।

চিপাহীজনে হাঁহি হাঁহি চেলুট মাৰি এচিষ্টেন্ট-চাব-ইন্সপেক্টৰ চাহাবক বিদায় দিয়াৰ পিছত ওচৰতে আড্ডা মাৰি থকা ল'ৰা কেইজনমানে চিপাহীজনৰ ওচৰলৈ গৈ "মানুহবোৰৰ আগতে ইমান বেয়াকৈ কৈছে, আপুনি লাজ পোৱা নাইনে বাৰু" বুলি সুধিছিল। চিপাহীজনে আগতকৈও বেছি মৰম লগা হাঁহি এটা মাৰি কৈছিল "এইবোৰ সুসুধিবা বোপাই। এইবোৰ আমাৰ ব্ৰেক ফায়াৰ।" ষ্টুপিদ ব্লাদি শব্দ দুটা এছ পি লেভেলৰপৰা বাগৰি বাগৰি আহি মোৰ গাত পৰিছে। ইয়াতে বিক্সাষ্টেণ্ড হোৱা বাবেই এছ পিয়ে এডিশ্যনেল এছ পিক, এদিশ্যনেল এছ পিয়ে দি এছ পিক এনেদৰে শব্দ দুটা সকলোৰে পিঠিৰে বাগৰি বাগৰি আহি মোৰ পিঠিত পৰিছে। গতিকে ময়ো শব্দ দুটা এটা বিক্সাৱালাৰ পিঠিতে মচি থৈ আহো ৰবা: "ষ্টুপিদ, ব্লাদি" বুলি বিক্সাৱালা দুজনমানক উধাই মুধাই কোবাই খেদি পঠালে।

আমাৰ সমূহীয়া স্থানবোৰত দৈনন্দিন এইবোৰ ঘটনা সদায় ঘটিবই লাগিছে। তেহেলৈ আপুনি মন কৰকেই বা নকৰকেই।

নামঘৰত নামকীৰ্তন সামৰাৰপৰা মাহ প্ৰসাদৰ টোপোলা বান্ধালৈকে এটা বিৰাট সময়ৰ ব্যবধান। এইখিনি সময়তে হোৱাই নোহোৱাই পৰচৰ্চ্চা, পৰ নিন্দা, কথা কটাকটি, ইমানতে শাম্ত নহলে কাজিয়া আৰম্ভ হবই।

কাপোৰৰ বজাৰত দোকানীযে কোৱাতকৈ আপুনি অলপ কমকৈ লবলৈ অনুৰোধ কৰা সত্বেও দোকানীযে আপোনাৰ মুখলৈ নোচোৱাকৈ ভাঁজে ভাঁজে কাপোৰ ঠিক কৰি বাকচত সোমালেই। মাছৰ বজাৰত দাম কমকৈ লবলৈ অনুৰোধ কৰিলে, ঘৰৰ ঠিকনাটো দি যাবলৈ কয়। মাছ হেনো নিজেই গৈ ঘৰত উঠিব। হাতৰ ছাল নগলে যেনেকৈ চিনেমাৰ টিকট কাটিব নোৱাৰি, হাতৰ মাছল নাথাকিলে তেনেকৈ চিটিবাছত উঠিব নোৱাৰি।

আপুনি অনুমান কৰকচোন :কোনোবা দুৰ্ভগীযাই যদি কিবা কাৰণত এদিনাতে ইমানবোৰ সামাজিক আচৰণৰ (?) সম্মুখীন হব লগা হয় তেনেহলে সন্ধিয়ালৈকে তেওঁৰ মুখটো মুৰ হৈ থাকিব নে?

## ॥ নিৰাশ ৰোগত আক্ৰান্ত নতুন চাম ॥

আমাৰ ঘৰ বৰলুইতৰ পাৰত। আমাৰ ঘৰৰপৰা কোৱাৰ্টাৰ কিলোমিটাৰ দূৰৈত এটা প্ৰকাণ্ড শিলে বাটটোৰ নামনিৰ পৰা পানী যুঁৱলিলৈকে আগুৰি আছে। প্ৰায়ে দেখা যায়,—এই প্ৰকাণ্ড শিলটোত বহি দুই এজন মানুহে বন্ধৰ দিনত বৰশী বাই থাকে। কিন্তু আমি ইযাত লিপিবদ্ধ কৰিব খোজা কথাটো এই প্ৰকাণ্ড শিলটোৰ বিষয় নহয় নাইবা বন্ধৰ দিনত বৰশী বাবলৈ অহা অচিনাকি মানুহৰ বিষয়েও নহয়।

আজি কেইটামান বছৰৰপৰা লক্ষ্য কৰিছো যে উচ্চ, উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শেষান্ত পৰীক্ষা বা প্ৰাক-বিশ্ববিদ্যালয় আদি পৰীক্ষাৰ ফলাফল ঘোষণা কৰিলেই ল'ৰা-ছোৱালী হেৰায় আৰু ফলস্বৰূপ কাগজত প্ৰকাশ পোৱাৰ আগতেই, মাক-বাপেকেই হওঁক বা শুভাকাংক্ষীয়েই হওঁক হেৰোৱা ল'ৰা-ছোৱালী বিচাৰি আমাৰ ঘৰৰ পিনে আহে। আমাৰ ঘৰৰ চোতালৰপৰাই প্ৰকাণ্ড শিলটো দেখা যায বাবে প্ৰথমতে আমাৰ ঘৰতেই খবৰ লয়হি। খবৰ লোৱাৰ কায়দাও বহুত। কাৰণ আত্মহত্যা কৰা বুলিতো নোসোধে। সুধিব, এনেকুৱা কাপোৰ পিন্ধা, ইমান ওখ অমুক বৰণৰ ল'ৰা-ছোৱালী যোৱাকালি আবেলি দেখা পাইছিল নেকি? স্কুলৰ শোকসভাত মৌনতা অৱলম্বন কৰিবলৈ দিলে ল'ৰা-ছোৱালীবোৰে যেনেকৈ এনেয়ে হাঁহে তেনেদৰে হেৰোৱা ডেকা গাভৰুৰ কথা শুনিলেও মানুহে মনে মনে হাঁহে। অথচ হেৰোৱা কথাটো বৰ দুখ লগা। বিচাৰি অহা মানুহৰ এনে করুণ মুখবোৰ দেখিয়ে বুজি পাওঁ যে নদীৰ কাষৰ ৰাস্তাটোৰে আহ-যাহ কৰি থকা ল'ৰা-ছোৱালীবোৰতকৈ যেন হেৰোৱাবোৰৰ চেহেৰা অলপ বেলেগ। পাকে প্ৰকাৰে এইটো কথাও আমাক

পুৰিবলৈ চেষ্টা কৰে যে আমি শিলটোৰ ওপৰৰপৰা কিবা নিম্নগামী হোৱা দেখিছো নেকি ? আমি কিন্তু লগে লগে দেখা নাই বুলিয়ে কওঁ। আচৰিত কথা এয়ে যে ব্ৰহ্মপুত্ৰৰ পানী বাঢ়িলেহে পৰীক্ষা-বোৰবো ফলাফল ওলায়। এই প্ৰবন্ধ লিখাৰ প্ৰয়োজন নহ'ল-হেঁতেন যদিহে নদীৰ পাৰত এনে সন্ধানহীনৰ সংখ্যা তাকৰ হ'লহেঁতেন, কিন্তু বহুবত যেতিয়া তিনি চাৰিটামান এনে ধৰণৰ সন্ধানহীন হয় তেতিয়াই সমাজৰ অভিভাৱকসকলৰ বাবে চিন্তাৰ কাৰণ হৈ পৰে।

আজিকালি সমাজৰ অভিভাৱকসকলে নতুন চামৰ এটা বৃহৎ সংখ্যাৰ অধঃপতন দেখি দুখ কৰে। আচলতে নতুন চাম ডেকা-গাভৰুৱে যি কামকেই হাতত নলওক কিয়, তেওঁলোকৰ নিজৰেই আত্মবিশ্বাস নোহোৱা হৈ আহিছে। পঢ়োতাই যেনেকৈ পঢ়াশুনা কৰি কি হব বুলি ভাবে তেনেদৰে কোনো কাম কাজত সোমালেও দুদিনতে আমনি লাগে। দোকান এখন কেনেবাকৈ খুলিলেও ছয় ঘণ্টাই বহি থাকিব নোৱাৰে। দুদিনতে ধনী হব নোৱাৰাৰ খাণ্ডৰ দাহে পুৰি মাৰে। বিয়া-বাৰু কৰালেও গৃহকন্দলৰ যোগেদি এৰা এৰি হয়। অৱশেষত জীয়াই থাকিনো কি হব বুলি ভাবি সকলো চিন্তাৰ ওৰ পেলায়। এই সহজ উপায় বাচি লোৱাৰ সংখ্যা কম হলেও ই বৰ বেয়া ব্যাধি।

নতুন চামে আগবঢ়া বাটটো ইমান বেছি চিনাকি বুলি ভাবে যে তেওঁলোকে চকু মেলি খোজকঢ়াৰ প্ৰয়োজন বোধ নকৰে। ফলত প্ৰতি পদতে উজুটি খায়। অথচ বাটটো অচিনাকি বুলি কবলৈয়ো লাজ পায়। এওঁলোকে কোন সম্প্ৰদায়ৰ আহাৰ খাইছে, কোন জাতিৰ কাপোৰ পিন্ধিছে, বাক্য এটা কওঁতে কিমান ভাষাৰ পোহাৰ মেলিছে—নিজেই নাজানে।

আটাইতকৈ ডাঙৰ কথা হৈছে,—এওঁলোকৰ নিজৰ বিষয়ে যেতিয়া এটা সম্যক জ্ঞান নাই, এওঁলোকে কি জাতি গঢ়িব ? নিজেই দেখোন কিবা হম বুলি ভাবি কিবা হয়গৈ। এওঁলোক হালতো যাব নোৱাৰে, পালতো যাব নোৱাৰে।

## ॥ ল'ৰাই হওঁক বা ছোৱালীয়ে হওঁক ॥

কোনো মহিলাৰ প্ৰসৱ হোৱা বুলি শুনিলেই মানুহৰ প্ৰথম প্ৰশ্নটো হ'ল—জন্ম হোৱা কেঁচুৱা ল'ৰা নে ছোৱালী? তাৰ পিছতহে—মাক ভালে আছে নে? নৰ্মেল ডেলিভাৰী হ'ল নে ফৰচেপ নে চিজাৰিণ? কেঁচুৱাৰ ওজন কিমান? ইত্যাদি ইত্যাদি। কিন্তু এই সকলোবোৰৰ পিছতো মাক-বাপেক আৰু আত্মীয়-স্বজনৰ মনত এটা কথাই বৰকৈ ক্ৰিয়া কৰে—সেইটো হৈছে, 'এইবাৰো ছোৱালী হ'ল।' অকল ল'ৰাই জন্ম পাই থাকিলে ক'ব, 'তিনিটা ল'ৰাৰ পিছত ছোৱালী এজনী হোৱা হ'লে ভাল আছিল।' ইত্যাদি। আজিকালি শিক্ষিত পৰিয়ালত দুটা বা তিনিওটাই যদি ল'ৰা নাইবা ছোৱালী হয় তেনেহলে মাক দেউতাকক অসন্তোষ কৰা দেখা যায়। এই অসন্তোষ ভিত্তিহীন বুলি জানিও তেওঁলোকে অসন্তোষ কৰে। যিটো কাম পূজা-পাতল, টকা-পইচা নাইবা অত্যাধুনিক নাৰ্চিং হোমত ৰাখি ডাক্তৰক ভেটী দিলেও কৰিব নোৱাৰি সেইটো কামত মিচাকৈয়ে মাক দেউতাকে চিন্তা কৰি তেওঁৰ আন সন্তানৰ প্ৰতি এক বিৰক্তিৰ ভাৱ সুমুৱাই দিয়াটো উচিত নহয়। যিটো যুগত মানুহে ঈশ্বৰৰ সন্ধানত ব্যস্ত আছে সেইটো যুগত 'ঈশ্বৰে এইবাৰো চকু মেলি নাচালে' বুলি কোৱাটো মূৰ্খামি মাথোন। ল'ৰাই হওঁক বা ছোৱালীয়ে হওঁক সন্তান সন্তানেই। এই সন্তানক সুন্দৰভাৱে খুৱাই বুৱাই, শিক্ষা দীক্ষা দি উপযুক্ত নাগৰিক হিচাপে গঢ় দিব পৰাটোৱে মাক বাপেকৰ গৌৰৱ হোৱা উচিত। বহুতে ক'ব খোজে—'দশ পুত্ৰ সম কন্যা।' অৰ্থাৎ দহোটা পুত্ৰৰ লগত যিমানখিনি খৰচ হয় এজনী মাত্ৰ কন্যাৰ লগতে সিমানখিনি খৰচ

হয়।    এনেবোৰ কথাও আজিকালি অৰ্থহীন হৈ পৰিছে। সমাজ ব্যৱস্থাৰ সলনিয়ে এনেবোৰ কথাত এতিয়া আৰু গুৰুত্ব নিদিয়া হৈছে। গাঁওবোৰত আজিও বহুতো বুঢ়ীয়ে যোজনা মাতে: "আপোৰ চানা মিঠৈৰ দানা, আপীৰ চানা যেনা তেনা।" অৰ্থাৎ ল'ৰাৰ জন্মইহে আনন্দ দিব পাৰে, মাক বাপেকক উদ্ধাৰ কৰিব পাৰে। এনেধৰণৰ পুৰণিকলীয়া নিয়মত আজিও বহুতো মানুহ ডুব গৈ আছে। তাহানি খেতি পথাৰত কাম কৰিবৰ কাৰণে মতা মানুহৰ প্ৰয়োজন আছিল বেছি। আজিকালিও মিঞা মাতব্বৰৰ মাজত তিনি চাৰিজনীকৈ বিয়া কৰাই সংখ্যা বঢ়োৱাৰ নিয়ম চলি আছে। যুদ্ধ ক্ষেত্ৰটো মতা মানুহৰেই প্ৰয়োজন আছিল বেছি। ইয়াৰ উপৰিও বংশ ৰক্ষা কৰা আদিৰ লেখীয়া বিশ্বাসবোৰতো আছেই। আনকি জন্মদাত্ৰী মাতৃ নিজে নাৰী হৈ পুত্ৰৰ কামনা কৰে। তেওঁৰ স্বাৰ্থ হ'ল—স্বামীৰ অবিহনে নিজকে ৰক্ষণা-বেক্ষণ দিয়াৰ দায়িত্ব হ'ল পুত্ৰৰ।    এনেদৰেই মানুহৰ মনত ল'ৰাৰ জন্মই "মিঠৈৰ দানা" ৰূপে সন্তোষ লগাই আছে। তথাপি অকল পুত্ৰ লাভ কৰি থকা পিতৃ-মাতৃয়ে এজনী হ'লেও কন্যাৰ জন্মৰ কথা ভাৱে। কাৰণ ঘৰখন কন্যাৰ উপস্থিতিতহে শুৱনী হয়। কথা হ'ল—সীমিত পৰিয়ালৰ মাক-বাপেকক ল'ৰা-ছোৱালী দুয়োটাই লাগে। আৰ্জেন্টিনাৰ মেৰিয়া বণিতা নামৰ উনপঞ্চাশ বছৰীয়া মহিলা এগৰাকীয়ে ১৯৮৮ চনৰ আগষ্ট মাহলৈকে বত্ৰিশটা কেঁচুৱাৰ জন্ম দিব পাৰিছে। আজিকালি দুটা তিনিটা ল'ৰা-ছোৱালী জন্ম দিয়ে আমনি লগা মাতৃয়ে এই কথা শুনি চাগে ভয়াত জাপ মাৰি উঠিব। কিছুমান ল'ৰাৰ মাক-দেউতাকে ভাযেক ককায়েক নোহোৱা ছোৱালী ল'ৰালৈ বিয়া কৰি নিনিয়ে। এই অন্ধ বিশ্বাস অৱশ্যে লাহে লাহে নোহোৱা হ'বলৈ ধৰিছে।

ঘৰত ছোৱালী থাকিলে বহুতো সুবিধা। আপোনাৰ কমালখন, বণিয়নটো, মোজাযোৰ জীয়াৰীয়েহে ধুই দিব। ঘৰখন পৰিষ্কাৰ কৰি ৰাখিব কেৱল ছোৱালীয়েহে। মানুহ এঘৰত সোমাই ড্ৰইংৰুম চায়েই ক'ব পাৰি—তেওঁলোকৰ ঘৰত গাভৰু ছোৱালী আছে নে নাই।

ঘৰৰ কাপোৰ খোৱা আলনাভাল চায়ো ক'ব পাৰি ছোৱালী কিমান পৰিপাটী। মুঠতে 'ছোৱালীক জন্মৰপৰা বান্দী হ'বলৈ শিকোৱা হয়।' এই কথাষাৰ আনকালেদিও শোনাৰ পাৰি—'ছোৱালীক জন্মৰ পৰাই ঘৰখন চম্ভালিব পৰাকৈ শিক্ষা দিয়া হয়।'

কিছুমান ঘৰত আজিও মাক-বাপেকে ছোৱালীতকৈ ল'ৰাক বেছি আদৰ কৰা দেখা যায়। মাছ, মাংস, কণী আদি অলপ থাকিলে ল'ৰাক খুৱায়, যদিহে ৰাহি হয় তেতিয়া ছোৱালীৰ পাতত দিয়ে। বেমাৰ আজাৰ হ'লেও ছোৱালীৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব নিদিয়ে। মাইকী মানুহৰ জিউ, কাছৰ জীউ একে বুলি কয়। কিছুমান ঠাইত গৰ্ভত থাকোঁতে লিঙ্গ নিৰ্ণয় কৰি ভ্ৰুণ হত্যা কৰা হয়। এই ভ্ৰষ্টাচাৰ নোহোৱা কৰিবলৈ আৰু তেনে মাক-বাপেকক দণ্ড বিছিবলৈ কিছুমান ঠাইত আইন প্ৰণয়ন কৰা হৈছে। কিন্তু তেনেকুৱা মুৰ্খমতি পিতৃ-মাতৃয়ে নাজানে যে ছোৱালীক বিয়া দি এঘৰলৈ উলিয়াই দিলেও তাই কেতিয়াও মাক-বাপেকক বিশ্বাসঘাটকতা নকৰে। ল'ৰাৰ ক্ষেত্ৰত কিন্তু প্ৰায়ে সেইটো দেখিবলৈ পোৱা নাযায়। ছোৱালী ল'ৰাতকৈ কম হিংস্ৰ। সিহঁতে সমাজত ল'ৰাতকৈ কম অপৰাধ কৰে। মাক-বাপেকৰ অসুখ বিসুখত ছোৱালী ঢপলিয়াই লৰি আহে। ল'ৰাই কিন্তু 'বুঢ়া হৈছে যেতিয়া বেমাৰ হ বই' বুলি নেগ্লেক্ট কৰে। বহুতো ছোৱালীয়ে বিয়াৰ পিছতো অকলশৰীয়া মাক-দেউতাকক পোহ পাল দিয়ে। আটাইতকৈ ডাঙৰ কথা হৈছে—ছোৱালীয়ে ল'ৰাতকৈ বহু আগতে বহু কথা জনা হয়। নহলেনো ছোৱালী এজনীয়ে নিজতকৈ আঠ দহ বছৰে ডাঙৰ মানুহটোক চলাই খাব পাৰে নে?

সংসাৰৰ সকলোবোৰ কৰ্মক্ষেত্ৰতে আজি ছোৱালীয়ে হাত দিছে। ই শুভ লক্ষণ। এনে ক্ষেত্ৰত মাক-বাপেকে অকল ছোৱালী জন্ম হ'লেই ইমান বেছি চিন্তিত হোৱাৰ কাৰণ নাই। ধৰ্মই ছোৱালীক পিণ্ড দিব নালাগে বুলি কলে বাবেই মৃত মাক-বাপেকৰ আত্মাই পিণ্ড নাপাব—সেই কথা আজি আৰু অন্ধ বিশ্বাসত পৰিণত

হৈছে। বৰ্তন মহিলাজাতি আৰু অৱশেষত আজিৰ যুগৰ সকলো মানুহে বুদ্ধি উঠাৰ সময় হৈছে। দেৱে মাক-বাপেকহঁতে জনা উচিত যে ডেকালোকে "কেঁচুৱা" জন্ম দিবলৈহে ক্ষমতা পাইছে—ইচ্ছামতে "ল'ৰা বা ছোৱালীক" জন্ম দিয়াৰ ক্ষমতা এতিয়াও পোৱা নাই। কাৰণ মানুহে বিচাৰি থকা ভগৱানক কোনোবাদিনা যে লগ পাব তাৰ আশা সুদূৰ পৰাহত। কিন্তু খেদি ফুৰাটোতে সদায় আনন্দ বেছি।

## ॥ শূন্য ।

বহুদিনৰ আগৰ কথা। আমাৰ গাঁৱৰে আইতা এজনী আছিল। আমি নাতি-নাতিনীবোৰে আইতাক মৰমতে সখী বুলি মাতিছিলো। সখী কথা বতৰাত যেনে মৰমীয়াল আছিল, দেখোঁতেও বৰ ধুনীয়া আছিল। সখীৰ পাঁচজন পুতেক আৰু নাতি-নাতিনী প্ৰায় পঁচিশটামান হব। ঘৰে সংসাৰে বুঢ়ীৰ জয় জয় ময় ময়।

পয়সত্তৰ বছৰ বয়সত বাৰ্ধক্যজনিত বেমাৰত সখী মৰণ শয্যাত। মৃতদেহ ঘৰৰ ভিতৰত ৰাখিব নাপায় বাবে খুড়াইতে সখীক চোতালৰ তুলসী জোপাৰ গুৰিলৈকে আনি চাৰি পাৰি শুৱাই থলে আৰু তাতে তেওঁৰ মৃত্যু হ'ল। আমি নাতি-নাতিয়েকবোৰে বেজাৰতে বৰকৈ কান্দিলো, কিন্তু কি আচৰিত বাঁহৰ চাঙিখনত সংকাৰৰ বাবে নিবলৈ আয়োজন কৰোঁতে নকৰোতেই সখীয়ে আকৌ উশাহ টানিব ধৰিলে। আথেবেথে আটায়ে আকৌ ধৰাধৰি কৰি ঘৰৰ ভিতৰত সুমুৱালে। এইদৰে ৰাতিটোৰ ভিতৰতে সখী তিনিবাৰ মৰে আৰু তিনিওবাৰ জী উঠে। পয়সত্তৰ বছৰ বয়সীয়া সখী নমৰিল।

ইয়াৰে এমাহ পিছত সখীয়ে মাত কথা দিব পৰা হোৱাত আমি নাতিবোৰে প্ৰায়ে ভয়ে ভয়ে প্ৰশ্ন কৰো,—সখী। সখী॥ তুমিতো যমৰ দুৱাৰৰপৰা ঘূৰি আহিলা, তাত বাৰু কি কি দেখিলা? সখীয়ে সোলা মুখখনেৰে মিচিকি হাঁহি এটা মাৰি 'গোটেই পিথিমীখন দেখিলো' বুলি কয়। আমি বেটি ধৰি সোধো,—'পিথিমীখন কেনেকুৱা?' 'তইঁতে খেলা ৰবাৰ টেঙাটোতকৈ বহুত ডাঙৰ বোপাইহঁত।'

সখী আশী বছৰত এক সম্মানীয় বয়সত ঢুকাল। তেতিয়া বুজা নাছিলো কিন্তু এতিয়া বুজি উঠিছো যে সখীয়ে 'পিথিমী' মানে

শূন্যটোৰ কথাকে কৈছিল। অৰ্থাৎ সখীৰ ইমান সা-সম্পত্তি, ধন-জন থকা সত্বেও শেষ মুহূৰ্তত শূন্যটোহে দেখিলে।

মানুহৰ বয়স বাঢ়ি অহাৰ লগে লগে পাৰ্থিৱ বস্তুৰ প্ৰতি অত্যন্ত বেছিকৈ আক্ৰোশ বাঢ়ি যায়। ধনী মানুহ হলেতো এই আক্ৰোশৰ সীমা নাই। চাৰিটা ঘৰ থাকিলে আঠোটা লাগে। দুখন গাড়ী থাকিলে চাৰিখন লাগে। সীমাহীন এই অভাৱক কোনেও দমন কৰি ৰাখিব নোৱাৰে আৰু ফলত উপাৰ্জনৰ বাবে এক বিৰাট প্ৰতি-যোগিতা চলে। উপাৰ্জনৰ পথটো ভাল নে বেয়া এই সম্পৰ্কে আগ নাবাঢ়ি, আমাৰ এই শেষ নোহোৱা অভাৱবোৰৰ কথা পাহৰি থাকিবৰ কিবা উপায় আছে নে নাই তাক ফঁহিয়াই চোৱাৰহে বেছি প্ৰয়োজন বোধ কৰা হৈছে।

সমাজ বিজ্ঞানে কয়,—মানুহে প্ৰতি পদে অনুভৱ কৰা এই সীমাহীন অভাৱৰ বাবেই আমি এটা অতি আধুনিক যুগত বাস কৰিব পাৰিছো। কথাটো হয়। সেইবুলি থকা বস্তুকেই যেতিয়া আমি কৃত্ৰিম অভাৱত পেলাই পুনঃ পুনঃ গোটোৱাৰ চেষ্টা কৰো তেতিয়া আমি সকলো পাহৰি পেলাওঁ। তেতিয়া অতি আধুনিক যুগত বাস কৰিও আমি শৈল-যুগৰ মানুহৰ দৰে আচৰণ কৰো। আমাৰ বহুত কিবা কিবি হয় যদিও সখীয়ে যমৰ দুৱাৰলৈ যাওঁতে দেখাৰ দৰে 'পিথিমী খন' গোটেই একেলগে দেখা পাম চাগে। কিন্তু দেখা পোৱাৰ পিছত কাৰোবাক ক'বলৈ, সখীৰ দৰে জানো সুবিধা পোৱা যাব ?

## ॥ ধৰ্ম্ম নে আবেগ ॥

পৃথিৱীত মানৱ সমাজৰ প্ৰথমতে বিভাজন আনি দিছিল কৰ্মই। কালক্ৰমত সভ্যতাৰ জখলাত দোপত দোপে সু-সংস্কৃত কৰ্মৰ মাজেৰে মানুহ আগবাঢ়ি আহিল যদিও এই কৰ্ম বিভাজনৰ লগে লগে ইজনে সিজনৰ প্ৰতি বেলেগ বেলেগ ভাৱত চাবলৈ শিকিলে আৰু ইয়ে আনি দিলে মানৱ সমাজৰে বিভিন্ন ধৰ্ম। কালৰ গতিত ধৰ্ম বুলিলে মানৱ সমাজৰে বিভিন্ন গোটবহে আমাৰ চকুৰ আগত ভাঁহি উঠে। তাতে আকৌ ধৰ্মৰ গয়না লৈ ৰাজনীতিকে মানৱ সমাজৰ বিভেদ ভাৱ কিমান বেছি বহল কৰিলে তাক ইতিহাসৰ পাত মেলিলেই স্পষ্ট হৈ পৰে।

ধৰ্মান্ধ পুৰুষে নিজকে আটাইতকৈ বেছি জ্ঞানী বুলি ভাবে। নিজা নিজা সংস্কাৰ পদ্ধতিৰে বিভিন্ন সময়ত বিভিন্ন অৱতাৰী পুৰুষে গোটেই মানৱ সমাজক আকৌ একগোট কৰিবলৈ যত্ন কৰিছিল যদিও এওঁলোকৰ কৰ্মই মানৱ সমাজৰ বিভাজনৰ ফাটটো বেছি বহল হ'বলৈ সুবিধাহে দিলে আৰু তেওঁলোকৰ নিজাববীয়াকৈ একো একোটা গোট বিভিন্ন-ধৰ্মৰ নামেৰে চিহ্নিত হ'ল। ইয়ে দুষ্কৃতিকাৰীক সু-সংস্কৃত হয়তো কৰিলে, কিন্তু গোটেই মানৱ সমাজক একত্ৰিত কৰিব নোৱাৰিলে। আনকি একত্ৰিত কৰিবলৈ যাওঁতে জোৰ জুলুমো চলিল আৰু কিছু পৰিমাণে সাফল্যও হ'ল। সেইবুলি অৱতাৰী পুৰুষৰ মতাৱলম্বী নোহোৱা আটাইবোৰ মানুহেই সমাজৰ দুষ্কৃতিকাৰী নাছিল।

ৰজা মহাৰজা সকলে পৰ্বত প্ৰমাণ মন্দিৰ মছজিদ সাজিলে, কিন্তু সৰ্বসাধাৰণ মানুহ থাকিবলৈ ঘৰ নাসাজিলে ধৰ্মৰ মাজেৰে সেইবোৰ সাধাৰণ মানুহৰ আৰ্থিক দুৰাৱস্থাৰ কথাও পাহৰাই ৰখা হ'ল। ধৰ্মৰ

গোড়ামিয়ে হৈছে অধৰ্মৰ মূল। আমি আজি বিবোৰ কাৰ্যক ধৰ্ম কাৰ্য বুলি কওঁ তেনেবোৰ কাৰ্যক ইতিমধ্যে আন এটা নাম দিব পৰা হৈ গৈছে। সেইটো হ'ল আবেগ। বৰ্ত্তমান সময়ত ধৰ্মই আবেগহে সৃষ্টি কৰে, কোনো সুস্থিৰ চিন্তাক প্ৰশ্ৰয় নিদিয়ে। আবেগ সৰ্বস্ব ধৰ্মৰ নামত আমাৰ ভাৰতবৰ্ষত যিমান টকা পইচা আৰু সময়ৰ অপব্যৱহাৰ হয় তালৈকে ভাবি চালে ইয়ে আমাক মবাশ বখি থকা শগুণবোৰক খেদা কুকুৰটোৰ কথা মনত পেলাই দিয়ে। শগুণবোৰেও জানে যে কুকুৰটোৱে অকলে মবাশটো খাই শেষ কৰিব নোৱাৰে, অথচ সিহঁতক খেদি আছে। গোষ্ঠী, জাত-পাত বনাই লোৱা এই মানুহবোৰে এইদৰে সদায় খোৱা-কামোৰা কৰি মৰিব—মাথোন আবেগৰ জালতেই।

আধ্যাত্মিক দিশটো আমি ধৰ্মানুষ্ঠানৰ মাজতে সীমাবদ্ধ কৰি ৰাখিছো। কোনোবাই যদি এনে চিন্তা-চৰ্চা কৰিছেও তেনেহলে ঐহিক-জীৱনত তাক প্ৰতিফলিত কৰিব পৰা নাই বা সততে গা এৰা দি ফুৰিছে। এনে ধৰ্মধ্বজী আমাৰ সমাজত কিন্তু কম সংখ্যাৰ নহয়। বুঢ়া কালত কাম কাজ কৰিব নোৱাৰা হলে ভাৰতীয় মানুহবোৰে ধৰ্মানুশীলন কৰাটো এটা নিয়মত পৰিণত হৈছে। যেন গোটেই জীৱন জ্বলা-ভজা পোৰা-মচলা খাই শেষ অৱস্থাত সিদ্ধভাত।

বিখ্যাত সাংবাদিক খুশৱন্ত সিঙে ঠিকেই কৈছিল সে যদি সাম্প্ৰদায়িক সংঘৰ্ষ কমাব লাগে তেনেহলে বিভিন্ন ধৰ্মৰ মাজত হোৱা প্ৰতিযোগিতা-বোৰ বন্ধ কৰিব লাগিব। বিশেষকৈ শোভাযাত্ৰাবোৰেই এনে অশুভ কাৰ্যৰ আগ জাননী। অলপ দিন আগতে কেন্দ্ৰীয় মন্ত্ৰী চিদাম্বৰমে এনে সাম্প্ৰদায়িক সংঘৰ্ষ ঘটিলে চিধা চিধিকৈ দায়িত্বত থকা বিষয়া সকলকে জগৰীয়া কৰিব বুলিও সাৱধান বাণী শুনাইছে। কিন্তু এই সম্পৰ্কে বিষয়াসকলক কিমানখিনি স্বাধীনতা দিয়া হৈছে তাক হলে জানিব পৰা হোৱা নাই। মুঠতে এইটো ঠিক যে আজি যি কোনো ধৰ্মানুষ্ঠান, পৰ্ব আদি আহিলেই 'ল এণ্ড অৰ্ডাৰ' লৈ সমস্ত প্ৰশাসন যন্ত্ৰটো তৎপৰ হৈ উঠিব লগা হয়। কাৰণ—কাৰণ কোন মুহূৰ্ত্তত

আমি ধাৰ্মিক কাৰ্যৰ আবেগত পেলাও আৰু অত্যাচাৰী ৰূপত নিজকে প্ৰদৰ্শন কৰি তাণ্ডৱ নৃত্য কৰো তাৰ ঠিকানা নাই।

বৰ্ত্তমানে দুটা ভিন্ন ধৰ্মাৱলম্বীৰ লোকে ইটোৱে সিটোক দোষাৰোপ কৰি, অসমীয়া সমাজৰ সম্ভাৱনীয় বিপদৰ কথা কৈ বিব্ৰত কৰি আছে। অসমীয়া মানুহে দুয়োপক্ষৰ কথা নীৰৱে শুনি আছে। কাৰণ অসমীয়া মানুহে ধৰ্মক মানে, কিন্তু ধৰ্মান্ধ নহয়।

## ॥ প্ৰতিমা ॥

আমি হাইস্কুলত থাকোঁতে এবাৰ লগৰীয়াৰ সৈতে সৰস্বতী গোসাঁনীৰ প্ৰতিমা তৈয়াৰ কৰিবৰ বাবে খনিকৰৰ ওচৰলৈ গৈছিলোঁ। আমাৰ লগত হিন্দী পঢ়োৱা ছাৰও আছিল। খনিকৰৰ দোকানত উপস্থিত হৈ আমি দেখা পাইছিলোঁ,—কেইজনমান ক্লাবৰ ডাঙৰ ডাঙৰ ল'ৰাই প্ৰধান খনিকৰজনৰ লগত যথেষ্ট উষ্মাৰে বাক্যবাণ মাৰিছে আৰু খনিকৰ এজনেও সমানে ফেৰ পাতি ধৰিছে। ডেকা ল'ৰাৰ মাজৰে এজনে যেতিয়া ছো-মাৰি খেদি গৈ পালি-খনিকৰৰ নাকতে এটা ঘেঁাচা লগাই দিছিল তেতিয়াহে আমি বুজি উঠিছিলো, আচল ঘটনাৰ গুৰি ক'ত।

থোৰতে ঘটনাটো এনেকুৱা। এই আঠজনীয়া ডেকা ল'ৰাৰ দলটোৱে কোনোবা খবৰৰ কাকতত ছপা হোৱা, নৃত্য-ৰতা টকীতৰা এগৰাকীৰ ফটো এখন সৰস্বতী প্ৰতিমাৰ আৰ্হি হিচাপে 'পেপাৰ কাটিং' কৰি লৈ গৈছিল। টকীতৰাৰ নৃত্য-ভঙ্গিমা কোন দেশৰ নৃত্যৰ নাইবা নামমাত্ৰ পিন্ধি থকা সাজযোৰ কোন দেশৰ সাজ তাক কোনেও কব নোৱাৰে। কিন্তু প্ৰতিমাখন তেনেকুৱাই হব লাগিব। যথাৰ্থতে খনিকৰে এনেকুৱাবোৰ প্ৰতিমাৰ দাম যথেষ্ট বেছিকৈ লয় আৰু বেছিকৈ লোৱাৰো যুক্তি আছে। এই যুক্তি-যুক্ত বিচাৰ কৰিবলৈ যাওঁতেই ঘটনাটো ঘটিছিল। এনেবোৰ প্ৰতিমাৰ বাবে পয়মাল ইয়াতেই শেষ নহয়। প্ৰতিমা নি বেদীত থোৱাৰ পিছত পূজা কৰিবলৈ আহি পুৰোহিতে প্ৰতিমাৰ আগফাল পিছফাল কোনফাল হব ধৰিব নোৱাৰি থিয় হৈ কিছুসময় চিন্তা কৰি নিজে বহিবলৈ ঠাইকণ উলিয়াই লয়। পূজা হৈ যোৱাৰ পিছত এই প্ৰতিমাই গৈ ঠাই দখল কৰিবগৈ হয় পুলিচ পইণ্টত নহয়, ৰাস্তাৰ আৱৰ্জনা পেলোৱা ঠাইত।

আজি কেবা বছৰৰ পিছত আন এখন ঠাইৰ আন এখন খনিকৰৰ দোকানৰ সম্মুখত দেখিলোঁ সেই একেই দৃশ্য। ইয়াতো দহ-বাৰজনমান মানুহে খনিকৰৰ লগত তৰ্ক-বিতৰ্ক আৰম্ভ কৰিছে। (অৱশ্যে মোৰ চকুত পৰা সময়খিনিত কোনেও কাকো নাকত ঘোঁচা মৰা নাই।) তেওঁলোকক এটা বিশ্বকৰ্মাৰ মূৰ্তি লাগে। পইচা যি পৰে পৰিব। কিন্তু বুজাই দিয়ামতে মূৰ্তি সাজি দিব লাগিব। তেওঁলোকে খনিকৰক সুন্দৰকৈ কাগজ এখনত লিখি দিছে: বিশ্বকৰ্মা টাইকুন্দ কৰা ড্ৰেছত থাকিব আৰু তেওঁ জুদ্ধে অৱস্থাত থাকিব। (হাত দুখন মুঠি মাৰি ধৰি প'জটো খনিকৰক দেখুৱাই দিছে,) বিশ্বকৰ্মাই ইতিমধ্যে ব্লেক বেল্ট চাৰ্টিফিকেট পাইছে। বিশ্বকৰ্মাৰ কান্ধত হাতীটো ওলমি থাকিব, ঠিক হাট-বজাৰৰপৰা চহা মানুহে ছাগলী পোৱালি অনাৰ দৰে। দুই কান্ধলৈ—আগৰ ভৰি দুখন সোঁ কান্ধলৈ আৰু পিছৰ ঠেং দুখন বাওঁকান্ধেৰে ওলমি থাকিব। ভুল কৰিব নালাগিব,—হাতীটোহে বিশ্বকৰ্মাৰ ওপৰত উঠি থাকিব।

এতিয়া কথা হ'ল, পূজাৰ নামত এই অপকৰ্মবোৰ কৰি থকা বোৰক কোনে বন্ধ কৰিব? মূৰ্তি পূজা কৰা সকলে মূৰ্তিৰ মাধ্যমেৰে নিজৰ মনটোক নিবদ্ধ কৰি দেৱ-দেৱীক চিন্তা কৰা উদ্দেশ্যটোকে এনেবোৰ কাৰ্যই মষিমূৰ কৰে। শাস্ত্ৰসম্মত ব্যৱস্থাটো, প্ৰতিমা তৈয়াৰ কৰা স্তৰতে সাৱধানতা অৱলম্বন নকৰিলে এনে ব্যাভিচাৰ বাঢ়ি যোৱা দেখা গৈছে আৰু ই প্ৰতিযোগিতাত পৰিণত হৈছে। প্ৰতিযোগিতাত পৰিণত হোৱাৰ কথাই, কিয়নো বাৰোৱাৰী পূজাবোৰ চান্দা তুলি আনৰ পইচাৰেহে পূজা পাতে,—নিজৰ পইচাৰে নহয়। মূৰ্তি সজোৱা খৰচ যিমানেই নপৰক লাগিলে, সি ৰাইজৰহে যাব, উদ্যোক্তাসকলৰ নহয়।

## ॥ হাস্য ব্যঙ্গ ঃ বিয়াগীতত ॥

আন আন লোকগীতৰ দৰে বিয়াগীতসমূহত অসমীয়া নিৰক্ষৰ নাৰী সমাজৰ আপোনা-আপুনি মন সাগৰৰপৰা উত্তাল তৰঙ্গ হৈ অহা অভিব্যক্তি।

আন আন লোকগীতৰ দৰে বিয়ানামো অতি পুৰণি আৰু মুখে মুখে চলি অহা গীত।

এই বিয়া গীতবোৰক চাৰিটা ভাগত ভগাব পাৰি। যেনে: ভগৱান স্তুতি সম্বন্ধ, পৌৰাণিক আখ্যান সম্বন্ধ, আশীৰ্বাদ সম্বন্ধ আৰু ব্যঙ্গ সম্বন্ধ। এই বিয়াগীতবোৰ পুৰাকালৰপৰাই হিন্দুসকলৰ বিয়াৰ এক অপৰিহাৰ্য অঙ্গ হৈ আছে। ইয়াত টকা পইচা খৰচ নহয়, অথচ গীত-পদ-উৰুলি নাথাকিলে বিয়াঘৰ তেনেই উকঙা উকঙা লাগে। অৱশ্যে আজিকালি বাণীবদ্ধ যন্ত্ৰৰ কোঢালৰ ফলত এই উকঙা উকঙা ভাৱ নোহোৱা হৈছে হয়, কিন্তু বিয়াগীতে আনি দিয়া পৱিত্ৰতা যেন হেৰাই গৈছে। ব্যঙ্গ সম্বন্ধ গীতবোৰকে উত্তৰ কামৰূপ আৰু দৰঙৰ কিছু অঞ্চলত খিচাগীত বোলে। 'অসমীয়া অভিধান'ত খিচা গীতৰ অৰ্থ দিছে এনেদৰে: যোৰা নাম (Satirical marriage songs)। বিয়াগীতসমূহ অনাখৰী গাঁৱলীয়া নাৰী সমাজৰদ্বাৰা ৰচিত আৰু সুৰ আৰোপিত হোৱা বাবে বহুতে ভাবে যে অবলা অনুভূতিসিক্ত নামতীসকলৰ কেৱল বিষাদৰ সুৰেহে বিয়াখনক গম্ভীৰ কৰি তোলে।

এই কথাটো শুদ্ধ নহয়। মাক-দেউতাকৰ বুকুৰ মাজৰপৰা সম্পূৰ্ণ অচিনাকি এঘৰলৈ উলিয়াই দিবৰ দিনাখন যে অকল বিষাদৰ দিন নহয়, ইয়ে মানৱ জীৱনৰ আটাইতকৈ ডাঙৰ আনন্দৰ দিন, সেই ফালটো দেখুৱাবৰ বাবেও আমাৰ গাঁৱৰ সহজ সৰল অনাখৰী নামতীসকল সজাগ আছিল। সেয়ে তেওঁলোকৰ সহজ সৰল অনুভূতিত

প্ৰকাশ পাইছিল খিচাগীতে। এই গীতে বিয়াত হাস্য ব্যঙ্গৰ সৃষ্টি কৰে। নামতীসকলে, বিশেষকৈ খোৱা লোৱাত অসুবিধা হ'লে, দৰা বা কইনাৰ ভিনিহীয়েক বা নবৌয়েকৰ লগা খিনিতকৈ 'পায়তাৰা' বেছি হ'লে, তেওঁলোকৰ চলন ফুৰণ লক্ষ্য কৰি লগে লগে খিচাগীত ৰচনা কৰি সুৰ লগাই গায়। বিয়া নামৰ পাগ উঠিলে নামতীসকলে পুৰোহিত, ঢুলীয়া, তোৰন সজা ডেকা ল'ৰাহঁত আনকি দৰা বা কইনাৰ মাক-দেউতাককো সামৰি খিচাগীত গায়। বিয়াৰ এসপ্তাহ আগতে আহিব লগীয়া ভিনিহীয়েক যদি মাথোঁ। বিয়াৰ দিনাখনহে আহি ওলায় তেনেহলে নামতীয়ে নাম জুৰিব এনেদৰে:

ৰামপুৰ গাঁৱৰ ভিনিহীযেৰ আহিছে
ধূলাই বাগৰি (মইনা)
ৰাস্তাই বাগৰি।
পদূলি নেপাওঁতে ওলাই আহি
গতা মাৰি দে (মইনা)
ভাত্‌কা জিলাপী॥

সময়মতে উৰুলি দিব নোৱাৰা বাবে পূজাত বহি থকা পেটাল পুৰোহিতে যেতিয়া ভেকাহি মাৰি নামতীহঁতৰ পিনে চায় তেতিয়া মুখ চোকা নামতী গাভৰুহঁতেও কিন্তু পুৰোহিতক শুদাই নেৰে। সেয়ে খিচাগীত গায়:

অগৰি বগৰি
অ' যজমান নাজানি
হোৱা ভাতৰ নিসনি
অ' যজমান নাজানি
পুৰোহিতক লাগে বোলে
দুয়ো বিযাৰ ধেমেনী॥
অ' পুৰোহিত যোৱা গৈ
ধেমেনী আনাগৈ॥

খিচাগীত শুনি পুৰোহিতে হয় হাঁহিব, নহয় ঘণ্টাটো ডাঙৰকৈ বজাই দি মুণ্ডনাৰ ভাও জুৰিব।

বিয়া নাম গাই গাই ভাগৰি পৰা এই নামতী গাভৰুহঁতৰ যদি ভোক পিয়াহ লগা বুলি কোনেও খবৰ নকৰে তেনেহলে নামতীহঁতে এইদৰে গায় :

আইনাৰ গিলাচ চিকিমিকি।
চাহে নিম্‌কী খাবি নেকি অ' ॥
আইনাৰ গিলাচ চাত্‌কি ধৰা।
চাহে নিম্‌কী খাব নোৱাৰা অ' ॥

দৰা বা কইনাক নোৱাবৰ বাবে ডাঙৰ পুখুৰী বা নদীত পানীৰ তুলিবলৈ গলে আন তিৰোতাৰ সৈতে নামতী গাভৰুহঁতো লগতে যোৱা নিয়ম। কইনা বা দৰাৰ মাক যিহেতু সিহঁতৰ বয়সতকৈ ডাঙৰ গতিকে সিহঁত আঁতৰত থাকি থাকিয়ে গায় .

কইনাৰ / দৰাৰ মাকহে
ভাল কৰি যাবি
ঘৰিয়াল লালে ( পৈয়ৰ ) টানি নিব
ভাল কৰি যাবিহে— —।

কোনো কোনো গীতত সিহঁতে অশ্লীলতাও বাদ নিদিয়ে। অশ্লীলতাৰ দোষে চোৱাৰ ভয়ত সেইবোৰ গীতৰ শাৰী প্ৰকাশ কৰা নহ'ল। তথাপি গীতৰ সুৰবোৰ, বিশেষকৈ শব্দ শৃঙ্খলৰ লগত সুৰবোৰ এনেদৰে বন্ধা আছে যে তাক শুনিবলৈ হেঁপাহহে জন্মে। আকৌ বিয়া সন্নাহত দৰা কইনাৰ মোমায়েকবোৰৰ বৰ প্ৰতিপত্তি। তেওঁ হকে নহকে বিয়াৰ দিনা ইয়াক তাক গালি পাৰিব,—যেন তেওঁৰ নিৰ্দেশ নমনা কাৰণে আটাইবোৰ কামৰে আউল লাগিছে। হওঁতে তেওঁ নিজে কিন্তু একো কৰা নাই। চেগ চাই পাক মাৰি ধুনীয়া ছোৱালী নাইবা নতুন হৈ থকা বোৱাৰীৰ লগত মুখ চুপতিহে কৰিছে। নামতী গাভৰুহঁতে কিন্তু তেওঁকো লক্ষ্য কৰি আছে— আৰু তেওঁকো এসেকা দিবৰ কাৰণে গায় .

ঘাটৰে চেলেকনি
বৰশীৰ পুঙা,

দৰাবে / কইনাৰ মোমায়েক,

চুলচুলা মুৱা।

চুলচুলা মুৱাবে

ছাগলি ডাটি

ঘৈণীয়েকক মাতি আন

খুৱাই দিওঁ ডাটি ॥

নামতীহঁত ইয়াতেই ক্ষান্ত নহয়। দৰা বা কইনাৰ পেহীয়েক, জেঠীয়েক আদি বয়সস্থ সৱে যদি কোনো কথাত হেকেৰা গেজেৰা মাৰে তেনেহলে নামতীহঁত ক্ষুণ্ন হয় আৰু তেওঁৰ গালৈকো সময়ৰ শৰ মাৰে এনেদৰে :

বাৰীৰ পাছৰ জৰা টেঙা

আগৰ ফালৰ লানি

দৰাৰ পেহীয়েকে হোৱা দিছে

গাভিনী হৈছে বুলি।

মুখত লাজ বীজ নোহোৱা নামতীহঁতে বিয়াৰ দিনা ঘৰৰ চুলিকটা নাপিত বা বেজজনকো বাদ নিদিযে।

চোতালৰ চুকত বহি থকা নাপিত বা বেজক দেখাৰ লাগ লগে সিহঁতৰ গাত গোসাই নাইকিযা হয়।

লাউটো ফালিলো

ধুৰ ধুৰ বেজা

কুলাখন আনিলো

ধুৰ ধুৰ বেজা

কিহৰ লটা পটাহে

ধুৰ ধুৰ বেজা

আকৌ গায় :

বেজাটো আহিছে লেপেটকৈ বহিছে

ঢাবি আন পীৰা আন কৰে এ

বেজটোৰ টিকাতে কাঠ পিপৰাই

কামুৰিছে

( ঐৰাম ) নাৰায়ণ নাৰায়ণ কৰে এ ॥

আজিকালি শিক্ষিত ডেকা চামে যেনেকৈ সমাজত বহি ভগৱানৰ নাম লবলৈ লাজ কৰা হ'ল তেনেদৰে শিক্ষিতা গাভৰুহঁতেও সমাজৰ মাজত বহি বিয়া নাম গাবলৈ লাজ কৰা হ'ল। এই বিয়া গীতবোৰৰ মাজেৰে তেওঁলোকৰ ভাৱ অনুভূতিৰ পূৰ্ণ প্ৰকাশ কৰিবলৈ তেওঁলোকৰ শিক্ষাই যেন কিবা এটা সঙ্কোচ ভাৱ আনি দিলে। তেওঁলোকে নিজে গীত গোৱাতকৈ বাণীবদ্ধ যন্ত্ৰৰ সহায়েৰে গীত শুনাতহে যেন বেছি আগ্ৰহী। লাগে সেইবোৰ বিয়াগীত নহৈ আন কিবা গীতেই হওঁক। তথাপি গাঁৱতে ডাঙৰ-দীঘল হোৱা ডেকাসৱৰ আজিও যেন গাঁৱৰ বিয়া এখনত গাভৰুহঁতৰ আঁৰে আঁৰে থাকি, শুনিও নুশুনাৰ ভাও জুৰি দুটামান খিচা গীত শুনাৰ হেঁপাহ থাকি যায়।

## ॥ অলমিতি বিস্তৰেন ॥

মানুহে সভ্যতাৰ প্ৰথম পোহৰ পোৱাৰ আগতে বোধকৰোঁ আনন্দ, ভয় আদিৰ লগতে লাজ নামৰ মনৰ ভাৱটোৱে বৰ আমনি কৰিছিল। লাজ নামৰ মনৰ ভাৱটোৱে আমনি নকৰাহেঁতেন তেওঁলোকে গছৰ বাকলি বসন হিচাপে ব্যৱহাৰ নকৰিলেহেঁতেন আৰু মৈথুন ক্ৰিয়াও আন আন জন্তু নাইবা চৰাইৰ দৰে য'তে ত'তে সম্ভৱ হৈ উঠিল হেঁতেন। হয়তো লাজ নামৰ স্বভাৱজাত গুণটোৰ বাবেই মানুহে পৰিয়াল পাতি আৰু পিছত গৈ আৰ্থিক কাৰণত সমাজপাতি বাস কৰাৰ নিয়ম হৈ পৰিল। সভ্যতাৰ পোহৰলৈ আহিও মানুহে কিন্তু লাজ লগা এই মনৰ অৱস্থাটো ঢাক খুৱাবলৈ পৃথিৱীৰ সকলো দেশতে একে হৈ নাথাকিল। সেয়ে শৰীৰৰ একেখিনি ঠাই ঢাকি কাপোৰ পিন্ধা ধৰণটো বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ হৈ থাকিল। আনকি ৰাজহুৱা ঠাইত পুৰুষ আৰু মহিলাই গাতে গা লগোৱা অৱস্থাটোকো অসভ্যালিৰ ভিতৰত ধৰা হ'ল। কিন্তু পৃথিৱীৰ ঠাই বিশেষে ইয়াৰো ব্যতিক্ৰম নোহোৱাকৈ নাথাকিল। পৃথিৱীৰ এনে কিছুমান ঠাই এতিয়াও থাকি গ'ল য'ত কোনো ৰাজহুৱা ঠাইত পুৰুষে মহিলাক নাইবা মহিলাই পুৰুষক চকুৰে চকুৰে চোৱাটোও নিষেধ। আকৌ একেখন পৃথিৱীতে এনে কিছুমান ঠাই আছে য'ত কোনো ৰাজহুৱা ঠাইতহে নাৰীয়ে পুৰুষক নাইবা পুৰুষে নাৰীক চুমা খোৱাটো নিয়ম আৰু নীতি সমৃদ্ধ কথা। বৰ্তমানে এনেকুৱা অৱস্থাও দেখা গৈছে যে কিছুমানে ইচ্ছা কৰিয়ে অতি সামান্য কাপোৰেৰে নিজৰ শৰীৰটো ঢাক খুৱাবৰ চেষ্টা কৰি অত্যাধুনিকতাৰ মোহৰ গাত মাৰি লৈছে আৰু কিছুমানে চেষ্টা কৰিও আৰ্থিক তাড়নাত নিজৰ গাতো সম্পূৰ্ণ ঢাক খুৱাব নোৱাৰি দৰিদ্ৰতাৰ মোহৰেৰে মলিয়ন হৈ আছে।

ধনী আৰু দুখীয়া মানুহৰ এই দুয়োটা অৱস্থা যিমান হাস্যকৰ তিমান হৃদয় বিদাৰক।

সাধাৰণ অৱস্থাত আমাৰ ভাৰতীয় মানুহৰ সমাজ ব্যৱস্থাত আমি কিছুমান নিয়ম মানি চলোঁ। একেবাৰে নিজৰ পৰিয়ালৰ লোক হ'লেও আনকি নিজৰ ল'ৰা-ছোৱালীৰ সন্মুখত আমাৰ তিৰোতা মানুহে আৰু গাভৰু ছোৱালীয়ে কাপোৰ নসলায়, গা-নুধুৱে। তেনেদৰে মতা মানুহবোৰেও নিজৰ ঘৰৰ ভিতৰত থাকিলেও আণ্ডাৰপেণ্টটো পিন্ধি থকাটো নিয়ম নহয়। গোপন অঙ্গ ঢকা কাপোৰখনো গোপনীয়ভাবে ৰখাটোৱে নিয়ম।

জ্ঞান বিজ্ঞানৰ সকলোবোৰ বিষয়ে, মাক-দেউতাকে নিজৰ ল'ৰা-ছোৱালীৰ আগত কথা পতাই নহয় আলোচনা কৰাও উচিত। সিহঁতক অতি সৰল ভাষাৰে যৌন শিক্ষা দিয়াও উচিত। কিন্তু বয়স অনুপাতে যিমানলৈ এই শিক্ষা পাব লাগে সিমানতে ৰখা উচিত। কিন্তু আমাৰ মাজৰ কিছুমান সামাজিক দিশ আছে যিবোৰ সম্বন্ধে মাক-বাপেকে নিজৰ চেমনীয়া ল'ৰা-ছোৱালীৰ আগত ঘূণাক্ষৰেও কথা নাপাতে। সেইটো আমাৰ সামাজিক বন্ধনৰ নিয়ম। ইযাৰদ্বাৰা ল'ৰা-ছোৱালীৰ কোনো ক্ষতি হোৱা দেখা নাযায, বৰঞ্চ উপকাৰহে হয। এনেবোৰ কথা নাপাতিলেই বা নেদেখিলেই ল'ৰা-ছোৱালী অজ্ঞ হৈ ৰ'ব বুলি ভবা কথাটো ভুল। আচলতে সকলো জ্ঞান বিজ্ঞানৰ কথা জনাৰ ধাউতি সকলো ল'ৰা-ছোৱালীৰে সহজাত প্ৰবৃত্তি। আমি যেনিবা সিহঁতৰ জ্ঞানৰ দৌৰটো বৃদ্ধি কৰিবলৈ কিতাপ, স্কুল, কলেজ আদিৰ মাধ্যমেৰে সিহঁতক খুচিয়াই দি থাকো।

কিন্তু এই সকলোবোৰ কথাকে আওকাণ কৰি আৰু ভাৰতীয় মানুহৰ দৰ্শন আৰু পৰম্পৰাক আমাৰ পৰিয়ালবোৰৰপৰা সম্পূৰ্ণৰূপে জলাঞ্জলি দি বৰ্তমানে পৰিয়াল সীমিত কৰণৰ নামত দেখ দেখকৈ বাটে ঘাটে, ৰেডিঅ', টি ভি, বাতৰিকাকত আদিত এনে কিছুমান ছবি আৰু কথা প্ৰচাৰ কৰা হৈছে যাৰ ফলত আমাৰ প্ৰতিটো পৰিয়ালৰ মাজত থকা আবুৰটো নোহোৱা হৈ যাব ধৰিছে। এইখিনিতে

কোনোবাই প্ৰশ্ন কৰিব পাৰে—"অকল কি পৰিয়াল পৰিকল্পনাৰ নামতে এনেকৈ পৰিয়ালৰ আবুৰ নোহোৱা হৈ গৈছে নে? বৰ্তমানে আন একো বিজ্ঞাপন নাই নে য'ত সেইবোৰ কথা ল'ৰা-ছোৱালীয়ে নজনাকৈ আছে?"

আছে। বস্তুত আছে। কিন্তু সৃষ্টিৰ ৰহস্য নিজে জনা আৰু মাক-বাপেকৰ লগত একেলগে থাকি জনাৰ মাজত আকাশ পাতাল প্ৰভেদ আছে। আৰু সেইটোৱেই হৈছে আমাৰ পাৰিবাৰিক আবুৰ। বাতৰিৰ আগে আগে নাইবা কোনো এটা বিশেষ প্ৰগ্ৰেম চাবলৈ বা শুনিবলৈ পৰিয়ালৰ আটাইবোৰ যেতিয়া ৰেডিঅ' নাইবা টি ভিৰ সন্মুখত বহি থাকে তেতিয়া সম্পূৰ্ণ এক নিৰ্লজ্জ ব্যৱস্থাৰে নিৰোধৰ কথা কোৱা হয় বা নিৰোধৰ পেকেটটো ইজনীয়ে সিজনক দিয়া দেখুৱা হয়। কাষত বহি থকা চেমনীয়াই লগে লগে প্ৰশ্ন কৰে—"টি ভিৰ বিজ্ঞাপনত দেখুৱা আটাইবোৰ বস্তু'য় ঘৰত আছে অথচ আমাৰ ঘৰত নথকা সেইটো কি বস্তু? সেইটোৰে কি কৰে?" —মাক-বাপেক, খুৰা-খুৰী, ককা-আইটাক আদি সকলোৰে সেই মুহূৰ্তত কি অৱস্থা হয় সহজতে অনুমান কৰিব পাৰি। সিহঁতে সোধা প্ৰশ্নৰ উত্তৰবোৰ যে মুকলিভাৱে বুজাই দিব নোৱাৰি তেনে নহয়। বুজাব পাৰি। কিন্তু ৰহস্য এইখিনিতে যে এনেবোৰ কথা এটা বয়সত বুজালেও বুজি নাপায় অথচ আন এটা বয়সত নুবুজালেও বুজে। নুবুজাবলৈ গলে সিহঁতৰ মস্তিষ্কৰ ভাৰসাম্য হেৰুৱাৰ ভয় নাথাকে নে বাৰু?

পাঠকে ভাবি লব নালাগে যে প্ৰবন্ধটোৰ বাকচাতুৰ্য্যৰে "পৰিয়াল পৰিকল্পনাৰ আঁচনি" নালাগে বুলি কব খোজা হৈছে। নিজৰ দেশত কিয়, গোটেই পৃথিৱীতে বাঢি অহা ভয়াবহ জনবিস্ফোৰণক বাধা দিবৰ বাবে "পৰিয়াল পৰিকল্পনাৰ আঁচনি" অতিশয় প্ৰয়োজন। কিন্তু যিটো বিদ্যা পৃথিৱীৰ আটাইতকৈ শ্ৰেষ্ঠ মূৰ্খজনেও জানে তাক ইমান বেছি ঢোল পিটি পৰিয়ালৰ সকলো স্তৰৰ বয়সৰ লোকক জনোৱাৰ কি দৰকাৰ? তাতোকৈ শিক্ষিত মানুহৰ মাজত পুস্তিকা বিতৰণ কৰি আৰু অশিক্ষিত লোকৰ মাজত সাধাৰণ স্বাস্থ্য জ্ঞান দিব পৰা ( Health

Educator ) লোকদ্বাৰা প্ৰচাৰ চলালেই হয়। তেওঁলোকে তেওঁলোকে পৰিয়াল সীমিত কৰণৰ উপৰিও খোৱা পানী, খাদ্য ব্যৱস্থা আৰু আন আন বেমাৰ আজাৰৰ বিষয়েও দিহা পৰামৰ্শ দিব পাৰিব। প্ৰচাৰৰ প্ৰকোপত এনেহেন লাগে যেন অধিক সন্তান জন্ম দিলেহে স্বাস্থ্য ভাঙি পৰে? বিশুদ্ধ খোৱা পানীৰ যোগান, স্বাস্থ্য সম্মত ঘৰ আৰু ভাল খোৱা খাদ্যৰ প্ৰয়োজনীয়তা এই ক্ষেত্ৰত একেবাৰে পাহৰাই ৰখা হয়। ই নিতান্ত গৰ্হিত কাম। স্বাস্থ্য শিক্ষা দিওঁতে পৰিয়াল যেনেকৈ সীমিত লাগে তেনেদৰে স্বাস্থ্যৰ লগত জড়িত আটাইবোৰ কথাৰ প্ৰতি মানুহক অৱগত কৰাব লাগে আৰু সীমিত পৰিয়ালৰ মানুহৰ যাতে অকালতে মৃত্যু নহয় তাৰ প্ৰতিও আগতীয়া শিক্ষা দিয়াৰ দিহা কৰিব লাগে। দিহা যে একেবাৰেই দিয়া নাই সেইটো নহয়, কিন্তু বৰ মন্থৰ গতিৰে দিছে। ইয়াৰ কাৰণ হ'ল, আমাৰ দেশৰ আঁচনিবোৰ কৰোঁতে সদায় আমাৰ দৈনন্দিন সমাজ ব্যৱস্থাটোৰ প্ৰতি সমূলঞ্চে আওকাণ কৰা হয়।

আজিকালি কিছুমানে পৰিযাল পৰিকল্পনাৰ নামত গীত ৰচনা কৰি লোকগীতৰ সুৰ দি প্ৰচাৰ কৰা আৰম্ভ কৰিছে। ঘোষকে সেইবোৰকে লোকগীত বুলি কয়। কাৰো কৰিছো—সেইবোৰক যাতে লোকগীত আখ্যা নিদিয়ে। সেইবোৰক বিয়া গীতৰ সুৰত গালেও অলপ সহ্য কৰিব পাৰি যদিও, লোকগীতৰ সুৰত একেবাৰেই নোৱাৰি।

দৰাচলতে চৰকাৰে আগবঢোৱা পৰিযাল পৰিকল্পনাৰ বিভিন্ন ব্যৱস্থাৱলী প্ৰত্যেকজন উপযুক্ত লোকেই গ্ৰহণ কৰা উচিত—ইয়াত কাৰো দ্বিমত থাকিব নালাগে। কিন্তু এইটো কৰিবলৈ যাওঁতে যি প্ৰচাৰৰ প্ৰচেষ্টা চলোৱা হয় তাক যাৰ বাবে প্ৰচাৰ কৰা হৈছে তেওঁহে জানিব লাগে—আনে জনাৰ কোনো প্ৰয়োজন নাই। নহলে কি হব জানে? প্ৰাপ্তবয়স্কৰ কাৰণে দেখুৱা কথাছবিৰ ঘৰত অপ্ৰাপ্ত বয়স্কৰ ভিৰ বেছি হোৱাৰ দৰে নিৰোধ বোলা বস্তুটো বিবাহিত সকলতকৈ অবিবাহিত সকলৰ বাবেহে বেছি পৰিচিত হৈ পৰিব।

## ॥ অপচয় ॥

ঘৰখনত বয়-বস্তু আৰু ধনৰ নিতৌ কিমান অপচয় হৈ আছে তাক যদি কোনোবা গৃহস্থই বা গিৰিহঁতনীয়ে খন্তেকৰ বাবেও চিন্তা কৰে তেনেহলে এই অপচয়ৰপৰা বহুতো হাত সাৰি থাকিব পাৰে। অপচয় মানে অযথা বস্তু বেহানি, টকা পইচা, কাম নাইবা সময় নষ্ট কৰা। সমাজখনত ধনী মানুহেই আটাইতকৈ বেছি অপচয় কৰে বুলি এটা বৰ বেয়া বদনাম আছে। অপচয় কৰা মানুহে অকল যে নিজৰেই ক্ষতি কৰে তেনে নহয়, তেওঁলোকে এই অপচয়ৰ যোগেদি সমাজ-খনৰো অপকাৰ কৰে। অপচয় ৰোধ কৰিব জনা অৰ্থাৎ মিতব্যয়ী মানুহক বহুতে কৃপণ বুলি ভাবে। এই কথাটো নিতান্তই ভুল কথা। এজন অপচয় ৰোধ কৰিব পৰা লোক যে অধিক সচেতন এই কথা অনেক মানুহে পাহৰি থাকে। সমাজৰ সচেতন ব্যক্তিজনে ৰাজহুৱা পানীৰ টেপৰ পৰা পানী পৰি থকাটো অস্বস্তি অনুভৱ কৰে। মানুহৰ উপস্থিতিত অফিচৰ লাইট, ফেন আদি চলি থকাটো তেওঁৰ বাবে মূৰৰ কামোৰণি। চৰকাৰী বাছবোৰ যাত্ৰাৰ যথেষ্ট আগতে ষ্টাৰ্ট দি ডিজেল, পেট্ৰল আদি পুৰি থকাটো তেওঁৰ বাবে অসহনীয়। চৰকাৰৰ হ'ল বুলিয়েই ৰাস্তাত দমাই থোৱা শিলগুটি পথাৰলৈ দলিওৱা আদি কামবোৰে তেওঁলোকৰ মনত অথন্তৰ ঘটায়। বিনা কাৰণত বাটে পথে ঘূৰি ফুৰা ল'ৰা-ছোৱালী দেখিলে হিউম্যান ৰিচোৰ্চৰ অৱক্ষয়ৰ আশঙ্কাত তেওঁ ত্ৰস্তমান। এইদৰে ৰাজহুৱা অপচয়ৰ নমুনা এশ এটা দিব পাৰি। কিন্তু সমাজৰ সকলো মানুহ সচেতন নহলে ইয়াক প্ৰতিহত কৰিবও নোৱাৰি।

তুলনামূলকভাৱে ৰাজহুৱা অপচয়তকৈ ঘৰখনত অপচয় কিছু কম। মানুহৰ অৱহেলা আৰু অজ্ঞভাৱ দোষতো অপচয় হয়। অপচয় হয়

অপটু লোকৰদ্বাৰা। অপটুৱীকে অপচয় বেছি কৰে। অপচয় কৰা বুলি গম পালে নিজেই নিজক অপবাদ দিয়ে। ব্যক্তিগত অপচয়ে ঘৰখনৰ খৰচৰ বাজেটত মাথ মাৰ মাৰে। ফলত মাহটো নোজোৰা হয়। মানুহ নথকা কম এটাত লাইট, ফেন চলাই থকাৰ কোনো যুক্তি নাই। নিজৰ টেঙ্কীটো ভৰিল বুলিয়ে চৰকাৰী যোগানৰ পানী পৰি থাকিবলৈ দিয়াটো অন্যায়। টকা পইচা বেছি হ'ল বুলিয়েই ঘৰৰ প্ৰতিজন ল'ৰাকে স্কুটাৰ একোখন কিনি দি দিনটো পেট্ৰল পুৰিবলৈ এৰি দিয়াটো কাণ্ডজ্ঞানহীন আৰু অবিবেচক অভিভাৱকৰহে কাম। ইলেকট্ৰিচিটি বোৰ্ডত কাম কৰিলে বুলিয়েই দিনৰাতি হিটাৰ, ফেন, লাইট, ফ্ৰিজ, টি ভি, এয়াৰ কুলাৰ চলাই থকাটো দায়িত্বহীনতাৰ লক্ষণ। গেচ, ষ্টোভ জ্বলাই থৈ কথাৰ মহলা মৰা, আঞ্জা কুটা বা চাউল বচা আদি কাম কৰিলে গেচ চিলিণ্ডাৰেৰে মাহৰ পোন্ধৰটা দিনো নাযাব। দাইলত তেল মাৰিবলৈ লোৱা কেৰাহীটোত এসোপা পানী থাকিলে কেৰাহী গৰম হোৱাত দেৰী হয় আৰু গেচ বেছিকৈ পোৰে। গিৰিহঁতে বজাৰৰপৰা অনা বিভিন্ন শাক-পাচলিৰ কোনবিধ আগতে ৰান্ধিব লাগে আৰু কোনবিধ পিছত ৰান্ধিব লাগে তাক নাজানিলেও শাক-পাচলিৰ অপচয় হয়। গৰম হবলৈ দিয়া পানী এবাৰ উতলিলেই যথেষ্ট। তাক বাৰে বাৰে উতলাই থাকি লাভ নাই। লগা খিনিতকৈ বহু বেছি কাপোৰ কিছুমান কিনি বাকচত ভৰাই থোৱাৰ কোনো হেতু নাই। ড্ৰেছৰ কম্পিটিশ্যন পতা মাইকী মানুহৰ কাপোৰ বহু বেছি। ইও এক অপচয়।

ডাকৰ বচনত আছে —শাশুৱীক সুধি কৰে আয় ব্যয় / সেহি ঘৰক লক্ষ্মী নাচাৰয়॥ পিছে আজিকালি শাহু আইক পাট্টা দিয়ে কেইজনীয়ে? ঘৰখনত লগাতকৈ বেছি ভাত দাইল ৰান্ধা আৰু পিছত পেলাই দিয়া—অপচয়ত বাহিৰে আন একো নহয়। বিয়া-বাৰু, সকাম নিকামত নিমন্ত্ৰিত ভদ্ৰলোকৰ এখন শুদ্ধ তালিকা নাথাকিলে অপব্যয়ৰ আশঙ্কা থাকে। বিয়া ঘৰত অপচয় হ'ব বুলি জানিও কইনাঘৰে সদায় বস্তু বেছিকৈ গোটোৱাত ব্যস্ত। বদনাম হোৱাৰ ভয়ত লগাতকৈ বেছি

বস্তু গোটায়। তাতে যদি আকৌ লবা ঘৰে দিয়া হিচাপতকৈ বহু কম লোক আহে তেন্তে কইনা ঘৰৰ খোৱা বস্তুৰ অপচয় হয়। বিবাহ এনেকুৱা এটা উৎসৱ য'ত নিমন্ত্রণ কৰে বেলেগে আৰু খুৱাৰ লগীয়া হয় বেলেগে। বহুতো ভদ্রলোকে [ অভদ্র ? ] আকৌ আজিৰ এই বস্তুৰ মহাৰ্ঘৰ দিনত অপচয় কৰি কইনাঘৰৰ ৰং চায়। আগতে কৈ অহা হৈছে যে ঘৰখনত হৈ থকা অপচয়ে দেশখনৰ অপচয়।

অপচয় হ'ব লগীয়া এনে কিছুমান বস্তু আছে যিবোৰত ভালকৈ সাঁফৰ নলগালে বতাহত উৰি গৈ শেষ হয়। কৰ্পূৰ, কেৰাচিন আদি তেনে বস্তু। পানীৰ চিটিকনি পৰা ঠাইত চাবোন থলে—আভাজানি হয়। মাজে সময়ে ব্যৱহৃত হোৱা আৰু চিজিনত পিন্ধা কাপোৰ ভালদৰে থব নাজানিলে পোক আৰু নিগনিয়ে কুটে। ঘৰত জমা থোৱা খোৱা বস্তু মাজে সময়ে চাই থাকিব লাগে আৰু ৰ'দত শুকাব লগীয়া বস্তুবোৰ ৰ'দত উলিয়াই দি থাকিব লাগে। ঘৰখনত যেনি তেনি পৰি থকা খালী বটল, টেমা, পুৰণি চোলা কাপোৰ আদি পেলাই নিদি দৰ্কাৰীজনক দিব পাৰি।

পথাৰৰপৰা ধানৰ ডাঙৰি আনি চোতালৰ চুকত বেছি দিন পেলাই ৰাখিলে এন্দুৰ আৰু চৰাই চিৰিকতিয়ে তেনেই তহিলং কৰে। পকা ধান পথাৰত হালিপৰাৰ আগতে কাটি আনিব লাগে, নহলে এন্দুৰৰ গাঁতত পাঁচিযে পাঁচিযে ধান ওলাব। মৰণা মৰাৰ পিছত চোতালত পোট খোৱা ধানৰ পৰিমাণও কম নহয়। ঘৰ ধৰা বোৱাৰীয়ে এইবোৰ সুন্দৰভাৱে চম্ভালি লোৱা দেখা যায়। গৰু, গাহৰি, হাঁহ, কুকুৰাক দানা পানী দিয়া আজিকালি এনে কিছুমান পাত্র ওলাইছে যে সেইবোৰ ব্যৱহাৰ কৰিলে পশু খাদ্যৰ অপচয় নহয়।

ঘৰখনত আন এবিধ অপচয় হ'ল—যধে মধে কচ্‌মেটিক বস্তু ক্রয় কৰা। কচ্‌মেটিক বস্তুৰ প্রতি নিম্ন মধ্যবিত্ত শ্রেণীটোৰ আগ্রহ ইমান বেছি হৈছে যে এওঁলোকে দৰকাৰ হ'লে এক সন্ধ্যা ভাতকে নাখাব তথাপি মুখত পাউদাৰ অকণ ঘঁহিব। ইয়াত দেখাত বস্তুৰ অপচয় নহ'ল যদিও তেওঁৰ বাবে এইটো বিলাস আৰু পইচাৰ অপচয়।

চেক্স বা যৌৱনৰ অপচয় হোৱাটো এটা অতি ডাঙৰ ব্যাধি। বিয়াৰ আগতে চেক্সক যেনে তেনেকৈ ব্যৱহাৰ কৰা অনুচিত। যৌৱনৰ লগত জড়িত কু-অভ্যাসবোৰ ত্যাগ কৰিব পাৰিলেহে চেক্সৰ অপচয় নহয়। নানা ধৰণৰ গৰ্ভ নিৰোধক বস্তু ব্যৱহাৰ কৰি আনৰ চকুত ধূলি দিব পাৰি, কিন্তু নিজৰ যি ক্ষতি হ'ল তাক লুকুৱাই ৰাখিব নোৱাৰি। চেক্সৰ অপচয়ৰ বাবে আজিকালিৰ ডেকা গাভৰুৰ স্বাস্থ্য ভাঙি পৰিছে। ডেকা গাভৰুৰ শকত তপিনা, উৰু বা বুকু নোহোৱা হৈছে। তেওঁলোক দিনক দিনে নিশকটীয়া হৈ যাব ধৰিছে। ডেকা কালতেই বৃদ্ধ লোকৰ দৰে কামৰ প্ৰতি জড়তা আহি পৰিছে। চেক্সৰ অপব্যৱহাৰ কৰি ছোৱালীবোৰে যেতিয়া বহুৰত দুবাৰ তিনিবাৰ গৰ্ভস্থলি মনে মনে অনভিজ্ঞ ডাক্তৰৰ হতুৱাই- ওৱাচ কৰে তেতিয়া তেনেবোৰ ছোৱালীৰ গৰ্ভস্থলি ভৱিষ্যত প্ৰজননৰ বাবে অযোগ্য হৈ পৰে। ফলত বিয়াৰ পিছত বিকলাংগ শিশুৰ জন্ম দিয়ে। যি প্ৰেমিক প্ৰেমিকাই বিয়াৰ আগতে যৌন ক্ষুধা নিবাৰণ কৰিছে তেওঁলোকৰ মানত বিয়া মানে ৰাইজক ভোজ ভাত খুউৱা উৎসৱহে হৈ পৰে। বিয়াৰ আচল মাদকতা নোহোৱা হৈ যায়। ফলত চেক্স এপিল নাইবা ফিলিং নোহোৱা হয়। নিচাৰ আশ্ৰয় লৈ তেওঁলোক বেহুচ হৈ পৰে। তেওঁলোকৰ ফুলশয্যা হৈ পৰে বাহী ফুলৰশয্যা। ফুলত গোন্ধ নাথাকে চেণ্ট ব্যৱহাৰ কৰিব লগীয়া হয়। এনেদৰে দাম্পত্য জীৱনত ইজনে সিজনৰ প্ৰতি আকৰ্ষণ নোহোৱা হৈ কাজিয়াত পৰিণত হয়। সেই কাৰণে প্ৰেমৰ বিয়া আৰু লেমৰ ফিটা একে। তেল নোহোৱা হ'লেই নুমাই যাব খোজে। চেক্স সাঁচিব লাগে। চেক্সৰ অপচয় নঘটোৱা লোকে সদায় হাঁহি তামচাৰে জীৱন কটাব পাৰে। কিন্তু চেক্সৰ দুখীয়া লোকে ধনৰ দুখতকৈও বেছি কষ্ট পায়।

শেষত হ'লেও আটাইতকৈ লাগতীয়াল আৰু কাহানিও পূৰণ কৰিব নোৱাৰা অপচয় হ'ল—সময়ৰ অপচয়। আন সকলো বস্তুৰে অপচয় হ'লে পূৰণ কৰিব পাৰি, কিন্তু সময়ৰ অপচয় হলে তাক কাহানিও পূৰণ কৰিব নোৱাৰি। অথচ সময়ৰ অপচয়টোকে সকলো

মানুহে পাহৰি থাকে। মানুহৰ ভেকা কালছোৱাত যদি সময়ৰ অপচয় হয় তেনেহলে তাৰ দৰে লোকচান জীৱনত আন একোৱে নহয়। সেই বুলি জিৰণি মানে সময়ৰ অপচয় নহয়। যিটো কামত যিমান সময়ৰ দৰকাৰ সিমান সময়হে খৰচ কৰিব লাগে। তাৰ অধিক হ'লেই সময়ৰ অপচয়। কোনো কামত ভুলকৈ হাত লগালেও সময়ৰ অপচয় হ'ব পাৰে। একো নকৰাকৈ ঘৰত শুই বহি কটালেও সময়ৰ অপচয় হয়। সময়ৰ অপচয়ৰ বাবে অতি মেধাবী লোকেও জীৱনত কৃতিমান হোৱাৰপৰা বঞ্চিত হয়। সময়ৰ অপচয় জীৱনৰ অপচয়।

# ॥ সংস্কৃতি অপসংস্কৃতি ॥

কোনো এটা জাতিৰ খোৱা লোৱা, পিন্ধন উৰণ, ভাষা, ধৰ্ম, ব্যৱহাৰ, শিক্ষা, কল্পনা, প্ৰেম আদিৰ সুসম বৈশিষ্ট্যক সেইখন সমাজৰ সংস্কৃতি বোলে। সংস্কৃতি শব্দই সংস্কাৰ কৰা বুজায়। জীৱনৰ সকলো স্তৰৰে সংস্কাৰ একেদিনাই হোৱা নাই। ই যুগ যুগ ধৰি মানুহৰ সাধনাৰ ফলহে। ই অপাত্ৰৰ হাতত, সময়ৰ তাগিদাত, কেতিয়াবা কেতিয়াবা সমাজখনক আওঁবাটে নিবলৈ চেষ্টা কৰে আৰু দুৰ্ভোগ ভোগায়। কিন্তু সংস্কৃতিক আপদাল কৰিব জনা লোকে নিজৰ সমাজখনকে সংস্কৃতিৰ মাজেৰে মহীয়ান কৰি তোলে। বৰ্তমানে অসমীয়া সংস্কৃতিক আপদাল কৰিব দূৰৈৰ কথা, কিছুমান লোকে অপসংস্কৃতিক লাই দিয়াহে দেখা গৈছে। ইয়াৰ ফলত অসমীয়া সংস্কৃতিয়ে বহিৰাগতৰ আগত কেতিয়াবা কেতিয়াবা ভুল ধাৰণাৰে উদ্ৰেক কৰিছে। আমি সামাজিকভাৱে অলপ সচেতন হ'লেই মাত্ৰ মুষ্টিমেয় কেইজনমানক অপসংস্কৃতিৰ গৰাহৰপৰা ৰক্ষা কৰিব পাৰো। অনেকে আকৌ মঞ্চত ৰঙা নীলা লাইট জ্বলাই নাচ গান কৰাটোকে সংস্কৃতিক আপদাল কৰা বুলি ভাবে।

আগতে ভোগালি বিহুৰ উৰুকা আহিলেই মানুহৰ মনত আনন্দ লাগিছিল। বিহুৰ আনন্দ। আজিকালি ভোগালি বিহুৰ উৰুকা অহা মানেই এক সন্ত্ৰাসৰ সৃষ্টি হোৱা। কিয়নো উৰুকাৰ ৰাতি কাৰ চকী, মেজ, বেঞ্চ, জেওৰা গৈ জুইত জাহ যাব তাৰ ঠিকনা নাই। উৰুকাৰ নিশা চোৰ কৰা সামগ্ৰী জুইত জাহ দিয়াৰ পিছত ৰাতিপুৱা গিৰিহঁতে যেতিয়া গালি-গালাজ পাৰিবলৈ আৰম্ভ কৰিব তেতিয়া চোৰৰ-মাক বাপেকহঁতে হাঁহি হাঁহি ফুৰ্তি কৰে। গতিকে চোৰে আসৈ পায় আৰু অহা বছৰৰ বাবে ভালদৰে প্ৰস্তুত হয়। উৰুকাৰ

নিশা ভোজ ভাত খাবৰ কাৰণে 'দান', 'বৰঙণি' আদায় কৰিবলৈ যোৱা বৃকোদৰ সদৃশবোৰক দেখিলেতো দাতাৰ পেটতে হাত ভৰি লুকায়।

দ'লযাত্ৰা আহিলে দোকানবোৰত ফাকুৰ লগতে বিভিন্ন বিষাক্ত ৰঙ বিক্ৰী হৈ থকাটো বাৰু কাৰ চকুত পৰা নাই? কোনোবাই আপত্তিয়ে কৰিছে নে নিকিনাকৈয়ে আছে? হেন জানি বহুলোকেই ইতিমধ্যে ফাকুৱা আহিলে বাহিৰৰপৰা তলা লগাই ঘৰৰ ভিতৰত সোমাই থাকে। এনে সুন্দৰ সৰ্বভাৰতীয় উৎসৱ এটা বহুতেই উপভোগ কৰিবলৈ ভয় কৰা হ'ল। বহুতক আকৌ নিচাৰ ৰাগীত কামদেৱৰ বাপেক হৈ ঘূৰি ফুৰাও দেখা যায়।

এইটোনো কি প্ৰথা আহি সোমাল যে লক্ষ্মীপূজাৰ দিনাখন মানুহৰ ঘৰলৈ শিলগুটি দলিয়াব লাগে? লোকৰ ঘৰৰ আয়নাগুড়ি কৰি তৃপ্তি পোৱা 'এইবিধ' কিন্তু নিজৰ ঘৰত, সন্ধিয়া বাত্তুলি এটাও পৰিব নিদিয়ে। সততে সতৰ্ক দৃষ্টি ৰাখে। আনৰ ঘৰলৈ নিক্ষেপ কৰা শিলগুটিৰ দলিত কোনে চক্ খালে, কোনে খেদি আহিল আদি আলোচনা কৰি মাক-বাপেকৰ আগত ৰগৰ কৰে।

এবাৰ নগাঁৱৰ পিনে দেখিলো দ'লযাত্ৰাৰ ৰাতি মনে মনে আহি গৃহস্থৰ চোতালত নাঙলৰে হাল বাই থৈ যায়। ৰাতিপুৱা গৃহস্থৰ কাম হ'ল চোতালখন সমান কৰা।

বহাগৰ মাহটোত অবুজ শিশুহঁত চাৰি পাঁচজন লগ হৈ গাঁৱৰপৰা ৰেল মটৰেৰে আহি অনা অসমীয়া ব্যৱসায়ীৰ দোকানৰ সন্মুখে সন্মুখে 'বিহুমাৰি' ফুৰাটো ৰেযা দেখি বুলি কৈ এৰাই থওঁ চলন্ত গাড়ীৰ। কিন্তু সিহঁতৰ অভিভাৱক নাইবা গাঁৱৰ দায়িত্বশীল ব্যক্তিসকলে জানি শুনিও এই শিশুহঁতক গুৰিতে বাধা নিদিওঁ।

বিশ্বকৰ্মা পূজাৰ গোটেই নিশা ফুল ভলিউমত মাইক বাজি থাকিব লাগিব। নহলে মানুহে 'সেইখন' সৰু পূজা বুলি কব। টকা পইচা নোহোৱা অনুষ্ঠান বুলি কব। উদ্যোগক্তাসকলে এনেকুৱা অপমান সহ্য কৰে কেনেকৈ? প্ৰতিমা বিসৰ্জন দিবলৈ শোভাযাত্ৰা উলিয়াওতে

ট্ৰাকৰ ওপৰৰপৰা নাচি নাচি বাটৰ বাটকৰাৰ চকুলৈ মুঠি মুঠি চাউল চতিয়াব লাগিব। কোন সময়ত শোভাযাত্ৰাই অশুভ যাত্ৰাৰ সূচনা কৰে তাৰ কোনো ঠিকনা নাই।

ভেকুলী বিয়া পাতি বৰুণ দেৱতাক ভক্তি কৰাটো এক আমোদ-জনক উৎসৱ। পিছে ভেকুলী বিয়া পাতি মানুহৰ ঘৰে ঘৰে গৈ ঢেঁকী চুৰ কৰি বাৰীৰ পিছত জাবৰিৰ মাজত লুকুৱাই থৈ যেন বেছি তৃপ্তি পাওঁ।

মদ খাই জুৱা নেখেলিলে জানো দেৱালী উৎসৱ সম্পূৰ্ণ উপভোগ কৰিব পাৰি? দেৱালীৰ ফট্কা মানুহৰ গালৈ দলিয়াই নিদিলে যেন হিলৈৰ শব্দটো অৱাবতে গ'ল। এনেদৰে আৰু বহুতো উদাহৰণ হয়তো লিপিবদ্ধ কৰিব পাৰি।

প্ৰতিটো জীৱই আনক কষ্ট দি নিজে জন্ম গ্ৰহণ কৰে। সেইবাবেই হবলা জীৱবোৰে তাৰ জীৱিত কালত অনেক কষ্ট দিয়ে তৃপ্তি লাভ কৰে। মানুহ হ'ল ইয়াৰ এটা উত্তম উদাহৰণ। অপসংস্কৃতিও এনেকৈয়ে ঠন ধৰি উঠে।

আমাৰ সমাজৰ সংস্কৃতিৰ প্ৰচাৰকসকলৰ বহুতেই নিজৰ বিয়াখনো অসমীয়া সংস্কৃতিৰে সম্পন্ন নকৰে। ফলত বহুতৰেই অচিন কাঠৰ খোৰা লাগে। মৃত স্বামীৰ জ্বলন্ত চিতাত জীয়া স্ত্ৰী পুৰি মৰা বাবে ৰাজা ৰামমোহন ৰায়ে বাধা দিছিল। এতিয়া সেই একেই সতীয়ে জীয়া স্বামীৰ সন্মুখ যেতিয়া কেৰাচিন গাত ঢালি জুইত পুৰি মৰে তাক কোনে বাধা দিব পাৰিছে বাৰু।

## ॥ কৰ্মব্যৱস্থা বনাম কৰ্মচাৰী ॥

"কৰ্মবাৰ্তাৰ" সম্পাদকৰপৰা চিঠিখন পাই নিজকে প্ৰশ্ন কৰিবৰ মন গ'ল: আচলতে চৰকাৰী কৰ্মচাৰীসকল একপ্ৰকাৰ যন্ত্ৰবৎ কৰ্মৰ লগত মিলি গৈছে নেকি বাৰু? অৰ্থাৎ আঠৰম্ন বছৰ বয়সলৈকে দহ বজাত কাৰ্যালয়লৈ আহি নথিপত্ৰ, কাগজ কলম পিহি পাঁচ বজাত ঘৰলৈ ওভটি যোৱাটোৱেই কৰ্মচাৰীসকলৰ কাম নেকি? নে তাৰ বাহিৰেও জীৱনটোক আন এক বেলেগ ৰূপত চাবলৈ অকণমান আহৰি উলিয়াব পাৰি? নে সামাজিক কাম কাজত হাত দিয়াবো ব্যৱস্থা কৰিব পাৰি? ইত্যাদি।

"চৰকাৰী কাম কৰিলে মানুহ এলেহুৱা হয়।" এইষাৰ কথা আনে যিদৰে কয় তেনেদৰে মাজে সময়ে নিজৰ মনতো উদয় হয়। ইয়াৰ কাৰণ হ'ল, কৰ্মচাৰীৰ আয়ৰ সংখ্যাটো, মাহ হিচাপেই হওঁক বা বছৰ হিচাপেই হওঁক, আগতীয়াকৈ নিশ্চিত হৈ থাকে। আয়ৰ নিশ্চিত সংখ্যাটো কৰ্মচাৰীৰ বাহিৰে আন কোনেও উপভোগ কৰিব নোৱাৰে। সেয়েহে বোধহয় এক বৃহৎ সংখ্যক কৰ্মচাৰীয়ে নিজৰ মাটি ভেটীত এডাল জলকীয়া পুলি নাইবা এডাল বেঙেনাৰ পুলি ৰুবৰ বাবেও ইচ্ছা নকৰে। আনহাতে মেধা শক্তিৰ ফালৰ পৰাও কৰ্মচাৰী এজনে যোগ্যতা দেখুৱাবলৈ ইচ্ছা প্ৰকাশ নকৰে। চৰকাৰী নথি পত্ৰত তেওঁ বিচৰামতে সেই শক্তিৰ প্ৰয়োগ কৰিব নোৱাৰে। তেওঁক যিমানখিনি কামৰ বাবে নিযোগ কৰা হয় সিমানখিনিতে নিজৰ চিন্তা শক্তিক আৱদ্ধ কৰি ৰাখিব লাগে। তাতোকৈ বেছি একলম লিখাৰ সাহস তেওঁ কৰিব নোৱাৰে। গতিকে সাৰুৱা ভেটী মাটি যিদৰে চন পৰি থাকে, তেওঁলোকৰ উৰ্বৰা মস্তিষ্কও তেনেদৰে চন পেলাই ৰাখিব লগীয়া হয়।

ইংৰাজসকল ভাৰতলৈ অহাত এটা কথাই বোধকৰো তেওঁলোকক বৰ আনন্দ দিছিল। সেইটো হ'ল—ভাৰতবৰ্ষত থকা, জাতি ভেদ প্ৰথা। বৃটিছসকলে বোধকৰো ব্ৰাহ্মণ, শূদ্ৰ, বৈশ্য আৰু ক্ষত্ৰিয় আদিৰ আহিতেই আণ্ডাৰ চেক্ৰেটাৰী, ডেপুটী চেক্ৰেটাৰী, চুপাৰিন্‌টেন্‌ডেণ্ট ইত্যাদি পদৰ সৃষ্টি কৰিছিল, —যাৰ ফলত ধাৰ্মিক বৈষম্যৰ লেখীয়াকৈ এক সামাজিক বৈষম্য আৰু ধৰ্ম বৈষম্যৰ সৃষ্টি হৈ গ'ল। এনেবোৰ বৈষম্যই তেওঁলোৰ ৰাজত্বকালত বৰ সহায়ক আছিল। ব্ৰাহ্মণ, শূদ্ৰ যেনেদৰে একেখন পাটীত বহিব নোৱাৰে তেনেদৰে চেক্ৰেটাৰী আৰু নিম্নবৰ্গৰ সহায়কাৰী এজন একে শাৰীতে বহিব নোৱাৰে। ভাৰতীয় মানুহে বাওঁখন হাতৰ কাৰ্যক সোঁখন হাতৰ কাৰ্যতকৈ হীন দৃষ্টিৰে চাই আহিছে। সেই হিচাপে চাবলৈ গলে চৰকাৰী নথি পত্ৰত কিছুমানে সোঁফালে চহী কৰিব লাগে আৰু কিছুমানে বাওঁফালে কিয় চহী কৰিব লাগে, তাৰ সদুত্তৰ মুঠেও মানি লব লগীয়া নহয়। এনেবোৰ কাৰণতো কৰ্মচাৰী আৰু কৰ্মচাৰীৰ মাজত সহযোগৰ অভাব হয় আৰু হৃদয়ৰ বান্ধোন শিথিল হৈ যায়। দেশ গঢ়াৰ টিম স্পিৰিট এনেদৰেই হ্ৰাস কৰা হয়। বহুতেই নিজে কৰা কামবোৰৰ কোনো মূল্য নাই বুলিয়েই ধৰি লয় একেটা ৰেলৰ লাইন, একেটা ইঞ্জিনেই টানে, একেই গতিবেগত ডবাবোৰ আগুৱাই যায় অথচ ডবাবোৰক প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী আদিত ভাগ কৰা হ'ল। আমাৰ কৰ্মচাৰীৰ পদবোৰো তেনেকুৱাই। কিন্তু এটা কথা মনত ৰাখিব লাগিব যে প্ৰথম শ্ৰেণীৰ ডবাৰ যাত্ৰীবোৰ বৰ অকলশৰীয়া। দ্বিতীয় শ্ৰেণীৰ ডবাত হেঁচা ঠেলা হয় ঠিকেই, কিন্তু মানুহক জনাৰ, মানুহক বুজাৰ আৰু তাতোকৈও মানুহৰ সান্নিধ্যত অনবৰত থাকিব পোৱাটোত অধিক গৌৰৱ অনুভৱ কৰিব পাৰে, অধিক সুখী বুলি নিজকে চিহ্নিত কৰিব পাৰে—মাথোঁ দ্বিতীয় শ্ৰেণীৰ ডবাৰ আৰোহীসকলেহে। এনেদৰে ভাবিলে কৰ্মচাৰী মঞ্চৰ সদস্যসকল বেছি সুখী।

সুখী মানুহে ভয় সংশয় নোহোৱাকৈ কথা কব পাৰে। আৰু

কৰ্মবাৰ্তাৰ মুখপত্ৰখনৰ এইবাবেই প্ৰয়োজন যাতে উক্ত মুখপত্ৰৰ যোগেদি তেওঁলোকে কবলগীয়া কথাখিনি সকলোৰে সম্মুখত মুক্তভাৱে দাঙি ধৰিব পাৰে। কৰ্মচাৰীসকলে নিজৰ ভোটাধিকাৰ সাব্যস্ত কৰি যদি চৰকাৰ গঠন কৰিব পাৰে তেনেহলে সেই চৰকাৰখনক সমালোচনা কৰাৰ অধিকাৰো সম্পূৰ্ণভাৱে থাকিব লাগে। দ্বিতীয়তে, কাৰ্যালয়ত কাম কৰাৰ পদ্ধতিৰ আমূল পৰিবৰ্তন সাধিব লাগে বুলি এই 'কৰ্মবাৰ্তাৰ' যোগেদিয়ে উচ্চ ধ্বনিত হওঁক। 'অমুক ৰাজ্যত' 'তমুক ৰাজ্যত' হোৱা নাই বাবেই অসমতো মান্ধাতা যুগৰ কৰ্ম পদ্ধতি চলাই থাকিব লাগিব— এনে কোনো কথা হব নোৱাৰে। বৰ্তমান সময়ত এষাৰ কথা বৰ সঘনে শুনিবলৈ পোৱা যায়: কাৰ্য্যালয়বোৰত কাম কাজ ভালদৰে নচলে। এইষাৰ কথাৰ সঠিক উত্তৰ অকল এচাম কৰ্মচাৰীয়ে দিয়াৰ দায়িত্ব বহন কৰিব নোৱাৰে। কিয়নো কাৰ্যালয়ৰ কাগজ এখনৰ গতি তাৰ স্ব-নিয়ন্ত্ৰণেৰে কেবাখনো মেজৰ ওপৰেৰে বাগৰি যাব লগীয়া হয়। মান্ধাতা যুগৰ কৰ্মপদ্ধতিৰ সম্পূৰ্ণভাৱে সলনি কৰাটো এইবাবেই প্ৰয়োজন। পদ্ধতি মনা মানুহক পদ্ধতি বনাবলৈ দিলে ই কেতিয়াও সলনি নহয়। আমাৰ দেশত কিন্তু সেইটোৱে হৈ আছে। অহা দিনবোৰক কি বুদ্ধিৰে যোৱা দিনবোৰলৈ গতা মাৰি দিব পৰা যায়—আজি তাৰেই অহৰহ কচৰৎ চলিছে।

উচ্চকাংক্ষা মানুহৰ সহজাত হাবিলাস। সেইবুলি যোগ্যতাক হেয় প্ৰতিপন্ন কৰি নহয়। আজি তাৰ ওলোটা হৈছে। আজি যোগ্যতাক হেয় প্ৰতিপন্ন কৰি উচ্চকাংক্ষাক গগণচুম্বী ৰূপ দিয়াৰ, দিবা-ৰাত্ৰি প্ৰচেষ্টা চলিছে। এনেধৰণৰ প্ৰয়াসে মানুহ আৰু তাৰ লগত জড়িত কৰ্মৰ বেয়া ফালটোকহে উদঙাই দিয়ে। সেয়ে এইখন মুখপাত্ৰৰ যোগেদি নিজৰ দাবী যিদৰে উত্থাপন কৰিব পৰা যায় তেনেদৰে নিজৰ দায়িত্বৰ প্ৰতিও সজাগ কৰি দিব পৰা যায়। ইয়াৰ উপৰিও কৰ্মচাৰী-সকলে নিজৰ ভিতৰত থকা সুকুমাৰ কলাৰ বিকাশ সাধনত "কৰ্মবাৰ্তা" সহায়ক হ ব পাৰে। আজি অসমীয়া সমাজৰ এক বৃহৎ সংখ্যক সংস্কৃতি সাধক, গায়ক, কবি, চিত্ৰকৰ আদি যে কৰ্মচাৰীসকলৰ মাজত

লুকাই আছে তাক বহুতেই নাজানে। এই লোকসকলৰ প্ৰতিও "কৰ্মবাৰ্ত্তাৰ" দায়িত্ব আছে।

বৰ্ত্তমান সময়ত আন এটা মুখৰোচক কথা হৈছে—উৎকোচ লোৱা। সৰ্বসাধাৰণ মানুহৰ সন্মুখনে যদি উৎকোচ দিয়াবোৰক শাসন কৰিব পাৰিলেহেঁতেন তেনেহলে উৎকোচ লোৱাবোৰৰ কথা অৱশ্যে পাহৰি থাকিব পাৰিলেহেঁতেন। কাৰণ উৎকোচ দিয়াবোৰ তেওঁলোকৰ মাজতে সোমাই আছে। উৎকোচ দিলেহে উৎকোচ লয়—সৰ্বসাধাৰণ মানুহে যাতে এইষাৰ কথাও মনত ৰাখে। উৎকোচ দিয়া লোৱা প্ৰক্ৰিয়াটোৱে হ'ল এটা intellectual dishonesty সেয়ে নিজে সাৱধান নহ'লে ইয়াক আনে নাইকীয়া কৰিব নোৱাৰে।

ওপৰত উল্লেখ কৰা আটাইবোৰ যুক্তিয়ে শুনাত একোটা অদ্ভুত যুক্তি যেন লাগিব পাৰে। কিন্তু যুক্তিবোৰ অদ্ভুত বুলি ভবাটোৱেই নিজৰ মনৰ ভয় নামৰ কঁপনিটোহে প্ৰকট হৈ ওলাই পৰে। যিকোনো কামৰ 'পৰিবৰ্ত্তন' শব্দটোৰ লগত চেলেঞ্জ শব্দটো সাংঘাৰ খাই থাকে। যেতিয়ালৈকে কৰ্ম পদ্ধতিৰ সুপৰিকল্পিত পৰিবৰ্ত্তন নহয় তেতিয়ালৈকে কৰ্মচাৰীবো উন্নতি নহয় আৰু তেওঁ কৰা কামবো এটা উন্নত স্তৰ দেখিবলৈ পোৱাৰ আশা নাই। বৰ্তমানে আধুনিক যন্ত্ৰপাতিৰে কামৰ 'গতি' বঢোৱাৰ যি প্ৰয়াস চলিছে সি হয়তো সময়ক ধৰি ৰাখিব পাৰিছে, কিন্তু মূলগত পদ্ধতিৰ সলনি নহ'লে 'গতি'য়ে ফলাফলত বিশেষ সঁহাৰি নিদিয়ে।

কৰ্মচাৰী শব্দটোৱে কৰ্মৰ কথা মনত পেলাই দিয়ে। আন কথাত কৰ্মৰ লগত কৰ্মচাৰীৰ ওতঃপ্ৰোত সম্বন্ধ। মানুহে কৰ্ম কৰাৰ প্ৰেৰণা পায় কৰ্মৰ মাজেৰে। মানুহে মানুহক যি প্ৰেৰণা দিয়াৰ কথা কোৱা হয়, আচলতে সেইটো প্ৰেৰণা নহয়—তোষামোদহে। প্ৰতিটো সৎকৰ্মৰ সু-সমাপ্তিয়ে মানুহৰ শৰীৰলৈ আনে ন ন উদ্যম, নতুন নতুন হেঁপাহ। এই উদ্যম আৰু হেঁপাহৰ বলতেই একেধৰণৰ কাম কৰি থাকিও কৰ্মচাৰীয়ে আমনি নাপায়। বৰ্ত্তমানে মানুহৰ কিছুমান দৃষ্টিভঙ্গীও সলনি কৰিব লগীয়া হৈছে—কৰ্মৰে। বগা মানুহক ধুনীয়া

বুলি ভবাৰ দৰে ভোটত জিকা মানুহকহে আমি দেশকৰ্মী নাইবা দেশপ্ৰেমিক বুলি ভাবো। আচলতে কৰ্মচাৰী একোজনেও নিষ্ঠাৰে কাম কৰি দেশ প্ৰেমৰ চানেকি দাঙি ধৰিব পাৰে। দুৰ্ভাগ্যবশতঃ নিষ্ঠাবান কৰ্মচাৰীক প্ৰায় আওকাণ কৰা দেখা যায়। কৰ্মচাৰী সকলেই এনে নিষ্ঠাবান ব্যক্তিক চিনাক্ত কৰি উলিওৱাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিব পাৰে।

## ॥ চিকুটিলে গম পায় টান নে টিলা ॥

বৰ্ত্তমান প্ৰায়ে এটা সামাজিক অভিযোগ শুনা যায় যে আজি কিছু বছৰৰপৰা ছাত্ৰ আৰু শিক্ষকৰ সম্বন্ধটো বৰ লেহুকা হৈ পৰিছে। তাৰ ফলত বেছিভাগ ছাত্ৰই শিক্ষকক নমনা হৈছে। এচাম মানুহে কব খোজে যে ছাত্ৰসকল আগতকৈ বেছি স্বাধীনতাপ্ৰিয় হৈ উঠিছে আৰু তেওঁলোকক সামাজিক পৰিবেশে ভয়হীন বেপৰোৱা ভাৱ এটা আনি দিছে। আগতে এই ভয়হীন আৰু বেপৰোৱা ভাবটো আৰ্থিকভাৱে স্বচ্ছল অৱস্থাৰ ছাত্ৰৰ ভিতৰতে সীমাবদ্ধ আছিল যদিও ই এতিয়া সকলো শ্ৰেণীৰ ছাত্ৰৰ মাজতে বিয়পি পৰিছে। এসময়ত নিম্ন শ্ৰেণীৰ ছাত্ৰসকলে প্ৰধান শিক্ষক নাইবা শিক্ষকৰ কথা বাদেই ওপৰৰ শ্ৰেণীৰ ছাত্ৰসকলক দেখিলে সমীহ কৰি চলিছিল। ভয়তে নাইবা শ্ৰদ্ধাতে ককাইদেউ বুলি সম্বোধন কৰি কথা কৈছিল। এতিয়া তেনেকুৱা আচৰণৰ কথা কল্পনাই কৰিব নোৱাৰি। আনকি নিজৰ শ্ৰেণীত পাঠদান নকৰা এজেখন স্কুলৰে শিক্ষকক শিক্ষাগুৰু বুলি স্বীকৃতি দিবলৈ টান পোৱা ছাত্ৰকো আমি ল'গ পাইছো।

আকৌ আন এচাম লোকে ক'ব খোজে যে ছাত্ৰসকলৰ ভক্তি বিলোপৰ কাৰণে শিক্ষকসকলো সমানে দায়ী। কাৰণ, শিক্ষকসকলৰ চলন ফুৰণ, সামাজিক ব্যৱহাৰ, জীৱনৰ প্ৰতিটো স্তৰতে শৃঙ্খলতা আদি ছাত্ৰসকলে জ্ঞাতে বা অজ্ঞাতে বৰকৈ লক্ষ্য কৰি থাকে আৰু ইয়ে তেওঁলোকৰ চৰিত্ৰৰ ওপৰতো প্ৰভাৱ পেলায়। সেয়ে শিক্ষকৰ 'চাকৰি' আৰু আন 'চাকৰি' একে নহয়। যিসকল শিক্ষকে সদায় ছাত্ৰ হৈ থাকিবৰ বাবে হাবিয়াস কৰে, সেইসকল শিক্ষকৰপৰাহে ছাত্ৰ অধিক উপকৃত হয়। অৰ্থাৎ শিক্ষকে সদায় নিজে শিকাৰ বা পঢ়াৰ আগ্ৰহ থাকিলেহে ছাত্ৰক শিকোৱাৰ আগ্ৰহ বাঢ়ে।

এই কথিকাটিত আমি 'ছাত্ৰ' মানে হাইস্কুলৰ ছাত্ৰ-ছাত্ৰীৰ মাজতে সীমাবদ্ধ কৰি ৰাখিছো। কাৰণ এইখিনি বয়সতে তেওঁলোকৰ চৰিত্ৰ গঠনৰ প্ৰথম স্তৰ। ঘৰত শান্ত শিষ্ট হৈ থকা 'সোণটোৱে' বা 'মইনাটোৱে' পৰীক্ষা হ'লত সিনেমা হ'লত, ৰাজহুৱা লাইব্ৰেৰীত, ৰাস্তাৰ কেকুৰীটোত থকা পাণ দোকানখনত দিনটোৰ বেছিভাগ সময় কি কৰি আছে বহুতো অভিভাৱকে নাজানে বা জানিবলৈ ইচ্ছা নকৰে। কই থোৱা গছপুলি আপোনা আপুনি ডাঙৰ হ'ব বুলি ভাবি থাকোঁতেই গছ পুলিতকৈ জঙ্গল বেছি ওখ হয় বুলি তেওঁলোকে চিন্তা নকৰে।

এজন শিক্ষাৰ প্ৰমাণ পত্ৰ নথকা, প্ৰৌঢ় নাগৰিকে এবাৰ আমাক কৈছিল যে আগতে যিসকলে পঢ়া-শুনা কৰিবলৈ ভাল পাইছিল সেই সকলেহে পঢ়াশালিত নাম ভৰ্তি কৰিছিল। গতিকে শিক্ষানুষ্ঠানত পঢ়াৰ বাহিৰে অন্য কথা নাছিল। "পঢ়াই পঢ়ে, কয়ে পাণ, সেই তিনিযে নিচিন্তে আন" এই কথাষাৰিও তথাকথিত অশিক্ষিত লোকে অভিজ্ঞতাৰ বোকা-পানীত লুতুৰি-পুতুৰি হৈহে কৈছিল। তথাপি এনেবোৰ কথা অন্তত: আজিৰ দিনত সম্পূৰ্ণভাৱে মানি ল'ব নোৱাৰি। কিয়নো পঢ়িবলৈ দিলেহে পঢ়িবলৈ ভাল পায় নে নাপায় তাৰ প্ৰমাণ পোৱা যায়। সেই একেজনা বৃদ্ধই আমাক কৈছিল যে আগতে দুষ্ট ল'ৰা আছিল। কিন্তু শৈক্ষিক পৰিৱেশ নষ্ট কৰা নাছিল। আৰু তেওঁলোকে অধ্যয়নৰ ক্ষেত্ৰত বৰ বেছি নাম কৰিব নোৱাৰিলেও খেলা-ধূলা নাইবা গীত নাটত নিজৰ প্ৰতিভা ফুটাই তুলিছিল। এতিয়াৰ দুষ্ট ল'ৰাই নকল কৰিও পৰীক্ষা পাছ কৰিব নোৱাৰে। কোন ঔষধৰ কোনটো "পুৰীযা" নাজানে। অথচ নকলো কৰিব মাষ্টৰকো মাৰিব,— এনেবোৰ কথা এইখন দেশতহে সম্ভৱ হৈ আছে। এবাৰ এটা পৰীক্ষা হলত হেনো পিছত বহা ছাত্ৰজনে আগত বহা ছাত্ৰজনৰ অঙ্ক নকল কৰি লিখি থাকোঁতে অঙ্কৰ উত্তৰ দুই ভাগৰ এক টোকে বুজি নাপাই পিছৰজনে গোৰ মাৰি সুধিলে "অঙ্কৰ উত্তৰ হ্ৰস্ব 'ই' নেকি?" পৰীক্ষা নিৰীক্ষকে নকল কৰা আৰু কথা কোৱা বাবে পিছৰজনৰ দহ নম্বৰ

বিয়োগ কৰি থলে। সন্ধিয়া বজাৰত ছাত্ৰজনে শিক্ষকজনক ধৰিলে আৰু পিছদিনা সেইজন শিক্ষকেই হুৰ্খই' হৈ খোজ কাঢ়ি পৰীক্ষা চলাব লগীয়া হ'ল।

এনেবোৰ কথাই হাস্য ৰসৰ যোগান ধৰিব পাৰে কিন্তু সম্পূৰ্ণ মীমাংসা এটা দিব নোৱাৰে। আদৰ্শ শিক্ষক, আদৰ্শ ৰাজনীতিবিদ আৰু সবাৰউপৰি এখন আদৰ্শ সমাজ অবিহনে আমি 'ভাল' ছাত্ৰৰ মূঠেও আশা কৰিব নোৱাৰো। পুতলা নাচৰ সূতাডালে যিফালেই টানে সেই ফালেই পুতলাটোৱে অঙ্গী ভঙ্গী কৰাৰ দৰে অপৰিপক্ক জ্ঞানৰ ছাত্ৰ-ছাত্ৰী সকলোকো ওপৰত বৰ্ণনা কৰা তিনিডাল সূতাই টনা টনি কৰি থাকে। নকলেও হব যে মঞ্চখন কিন্তু আচলতে অভিভাৱক সকলৰহে। আজি কিছু বছৰ আগলৈকে সি স্কুলৰ ছাত্ৰই হওঁক বা কলেজীয়া ছাত্ৰই হওঁক সন্ধিয়া লাগি ভাগি যোৱাৰ পিছত ছাত্ৰক আলিবাটত দেখা পোৱা নগৈছিল। নিৰক্ষৰ মাক দেউতাকে কলেজীয়া ল'ৰাক বশ মনাই ঘৰৰ ভিতৰত কিতাপৰ মাজত নাইবা ঘৰুৱা কামত আবদ্ধ কৰি ৰাখিব পাৰিছিল। আমাৰ সেই পৰম্পৰা, সেই ঘৰুৱা "বান্ধক" জলাঞ্জলি দিয়াৰ ফল আজি আমি হাতে হাতে পাইছো। সকৰে ডাওৰক নমনা নাইবা সন্মান প্ৰদৰ্শন নকৰা আজি আমাৰ সমাজত তেনেই সাধাৰণ কথা। পৰিশ্ৰম নকৰাকৈ সম্পদ আহৰণৰ ব্যগ্ৰতা ছাত্ৰসকলৰ মাজতো বাৰুকৈয়ে শিপাইছে। পঢ়া-শুনা নকৰাকৈ পৰীক্ষা পাছ কৰা, শ্ৰম নকৰাকৈ অৰ্থ উপাৰ্জন কৰা আদি সৰ্বনশীয়া অভ্যাসবোৰ ইমান দ্ৰুত গতিত শিপাইছে যে তাক অভিভাৱকসকলে এতিয়াই উভালি নেপেলালে— আইন নাইবা আন কোনো শক্তিয়ে উভালিব নোৱাৰে। অভিভাৱকসকলে আনক দোষ দি লাভ নাই—নিজৰ গা চিকুটি চালেই সকলো সৰ্বনাশৰ মূল সম্ভেদ নিজৰ শৰীৰ আৰু ছাঁটোৰ মাজতে বিচাৰি পাব।

এই কথিকাটিৰ উদ্দেশ্য কাৰোবাক উপদেশ দিয়াৰ বাবে নহয়। উদ্দেশ্য, আমি প্ৰতিজনে নিজকে সুধি চাবৰ বাবে কৰা এটা নম্ৰ প্ৰয়াসহে মাত্ৰ। আমি অভিভাৱক বা পিতৃ মাতৃসকলে ছাত্ৰ-ছাত্ৰীৰ

ওপৰত অধিক সতৰ্ক হবৰ সময় হ'ল বুলি কোৱাটোহে। নিজৰ তৰুণ সদায় নিজৰ সিদ্ধান্তৰ ওপৰত প্ৰতিষ্ঠিত। ইয়াৰ বাবে বিদেশী মনিষীসকলে কি কৈছে তাৰ উদ্ধৃতি পঢ়িবৰ কোনো প্ৰয়োজন নাই। কিয়নো নিজকে শুধৰাবলৈ কোনো নিৰ্দিষ্ট ফৰ্মুলা নাই। তৰুণৰ 'প্ৰয়োজনবোধ'টোহে আচল কথা। আনৰ লিখনিয়ে মানুহক জ্ঞান দিয়ে সঁচা, কিন্তু জ্ঞান আহৰণ কৰোঁতাজনেহে জানে—সেই জ্ঞানৰ ব্যৱহাৰ তেওঁ কিমানখিনি কৰিব পাৰিছে। আত্মজ্ঞান আৰু আত্মচিন্তাই আপুনি জন্ম দিয়া ল'ৰা-ছোৱালীহঁতক সুপথে পৰিচালিত কৰক—অন্ততঃ মাক-দেউতাকৰ সম্মানিত পৰিচয়কণ দিবৰ বাবেই।

## ॥ উৎকোচ ৰোগৰ উৎপত্তি ॥

বৰ্তমান সময়ত আটাইতকৈ বেছি মুখৰোচক আৰু স্পৰ্শকাতৰ আলোচনাটোৱে হৈছে ভেটী খোৱা। পানীত মাছ থাকে, মাছে কেতিয়া পানী খায় তাক কোনেও গম নাপায়। ঠিক তেনেদৰে ৰাজকোষত ৰাজবিষয়া থাকে, ৰাজবিষয়াই কেতিয়া ৰাজকোষৰ ধন খায় তাক কোনেও গম নাপায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰতো ভেটী খোৱাৰ কথা আছে আৰু আজিও মানুহে ভেটী খায়। এই ভেটী খোৱা বা লোৱা প্ৰথাটো ঔপনিবেশিক দেশবোৰত বেছি। বহুতে এই ভেটী খোৱা প্ৰথাটোক ইংৰাজী শব্দ 'কৰাপশ্যন' শব্দটোৰে বুজাব বিচাৰে। আচলতে কৰাপশ্যন শব্দটোৰ অৰ্থ আৰু বহল। তেনেদৰে নিকা প্ৰশাসন বুলিলেও সৰ্বসাধাৰণ মানুহে প্ৰশাসন যন্ত্ৰটোত ভেটী ভুটা নচলাটোকে বুজায় যদিও আচলতে ইয়াৰ অৰ্থয়ো ভালেখিনি কথা সামৰি লয়।

এতিয়া কথা হ'ল—মানুহে ভেটী কিয় খায়? উত্তৰটো তেনেই সহজ,—অধিক ধন উপাৰ্জন কৰিব লাগে কাৰণে। অধিক ধন কিয় উপাৰ্জন কৰিব লাগে? সামাজিক নিৰাপত্তা অধিক কটকটীয়া কৰিবৰ কাৰণে। সমাজৰ প্ৰভু হবৰ কাৰণে আৰু নাতি পুতিলৈ ধন সঁচা অভ্যাসটোৰ কাৰণে। যিখন দেশত কেঁচুৱা এটা জন্ম লবলৈ হলেও টকা পইচাৰ দৰকাৰ সেইখন দেশত টকা পইচাৰ প্ৰতি মোহ নথকাটোহে আচৰিত কথা।

বে-আইনীভাৱে অধিক ধন উপাৰ্জন কৰাটো বা ভেটী খোৱাটো সৰ্বসাধাৰণ মানুহে কিন্তু কেৱল চৰকাৰী চাকৰিয়ালৰ ক্ষেত্ৰতহে সদায় প্ৰয়োগ কৰা দেখা যায়। যেন চৰকাৰী চাকৰিয়ালৰ বাহিৰে আন কোনেও ভেটী নাখায়? সন্দেহ নাই, এই গোটেই কু-প্ৰথাটো হ'ল

intellectual dishonesty লিখা পঢ়া জনা মানুহৰ বেছি ভাগৰে দুটা চৰিত্ৰ থাকে। এটা চৰিত্ৰ তেওঁৰ সুন্দৰ সাজপাৰবোৰৰ তলত আৰু আন এটা চৰিত্ৰ তেওঁৰ সাজপাৰ বোৰৰ বাহিৰত। সেয়ে দেখাত আমি সামাজিকভাৱে সকলো সুন্দৰ কিন্তু দৈনন্দিন ব্যৱহাৰিক জীৱনত অসুন্দৰ হৈ পৰোঁ, স্বাৰ্থপৰ হৈ পৰোঁ। ব্যৱহাৰিক দিশত ভাৰতীয় মানুহ অতি পিছ পৰা। আমি ভাৰতীয়বোৰে যিমান ভাল কথা কওঁ সিমান ভাল কাম নকৰো।

এইখিনিতে লাহেকৈ কৈ থোৱা ভাল যে আমাৰ এই নিবন্ধৰে কোনো তৰ্কৰ মায়াজালৰ সৃষ্টি কৰা উদ্দেশ্য নহয়। মাথোঁ প্ৰতিজন মানুহে নিজৰ চেতনা আৰু আত্মাৰ লগত কথা পাতি নিজস্ব সিদ্ধান্ত এটা লোৱাবলৈ কৰা এটা নম্ৰ প্ৰচেষ্টা মাথোন।

আলোচনী, বাতৰিকাকত, যিকোনো ৰাজহুৱা স্থান আদিত যিহেতু বাতিপুৱালেই ভেটী, ঘোচ আদি শব্দবোৰ বাৰে বাৰে চকুত পৰে, কাণত সোমায়, সেইহেতু উধাই মুধাই চৰকাৰী চাকৰিয়ালকেই গালি-গালাজ পৰা হয় বেছি। কিন্তু এক মুহূৰ্তও আমি ভাবি নাচাওঁ যে এই ভেটী খুউৱা মানুহবোৰ কোন? অৰ্থাৎ কোনে এওঁলোকক ভেটী দিয়ে? এই ভেটী দিয়া মানুহবোৰ নিশ্চয় ভেটী নোখোৱা মানুহবোৰেই হব লাগিব? যদি আটাইবোৰ চৰকাৰী কৰ্মচাৰীয়ে ভেটী খাই (সকলো নহয়) তেনেহলে আটাইবোৰ চৰকাৰী কাম নকৰা লোকে (সকলো নহয়) ভেটী দিব বা খুৱাব লাগিব। আইনত বিচাৰত ভেটী খোৱাজনতকৈ ভেটী দিয়াজন কম দোষী নহয়। এই ক্ষেত্ৰত বেছি দোষীবোৰক কম দোষীবোৰক বেছিকৈ গালি পাৰি থাকোঁ। সহজ কথাত—ভেটী নিদিলেই ভেটী নোলোৱা হব। ভেটী নুখুৱালেই—ভেটী নোখোৱা হব। কিন্তু খুৱায় কিয়? দিয়ে কিয়?

আপোনাৰ নহ ব লগীয়া কামটো যদি হব লাগে তেতিয়াই খুউৱাৰ প্ৰশ্ন উঠে। আপোনাৰ আবেলি পাবলগীয়া কাগজখন যদি আধাঘণ্টাতে লাগে তেতিয়াই দিয়াৰ প্ৰশ্ন উঠে। তেনেহলে এইটো এটা গৰ্হিত কথা হব নেকি যদি কোৱা হয় যে আপুনি ঘৰৰপৰা

ওলাই আহোঁতেই চোলাৰ জোনাত কেৱল কাৰোবাক তালৰি লগাবৰ বাবেই উৎকোচ যোগৰ ভাইৰাচ ভৰাই লৈ আহিছে? বাস্তিপুৰাই আপুনি আপোনাৰ মনটোক পতিয়ন নিয়াইছে যে আজি অমুকক ইমান টকা দি অমুকটো কাম কৰি আনিব লাগিব। সেয়ে একে কৰ্মকে বুজোৱা কিছুমান বাক্য এনেদৰে কব পাৰি,—মানুহে ভেটী নাখায়—ভেটী খুৱাইছে। অথবা, মানুহে ভেটী নলয়—ভেটী দিয়েছে।

দেখা গৈছে, আমাৰ সমাজত এনেকুৱা এটা পৰিবেশেই তৈয়াৰ হৈছে যাৰ ফলত নিজৰ কাম হাচিল কৰি উঠি পিছত সমালোচনাত সৰব হৈ উঠে। চাহ আৰু তামোলেই হৈছে আমাৰ শনি। শৌচ-প্ৰস্ৰাৱ কৰাৰো মানুহৰ এটা সময় থাকে কিন্তু এই ছুবিধ বস্তু খোৱাৰ কোনো সময় অসময় নাই। যেতিয়াই তেতিয়াই ইয়াক খাব পাৰি। "চাহ তাহ খাবলৈ দিছো আৰু," "চাহ খুৱাব লাগিব দেই" আদি বাক্যবোৰৰ অৰ্থ এতিয়া আৰু চাহ খোৱাকে নুবুজায়। ই যেন একোটা জতুৱা ঠাঁচ, খণ্ডবাক্য হৈ গৈছে। ইয়াৰ অৰ্থ যেন ৰাস্তিপুৱাই ভাবি কথাটোৰে কিবা এটা আঁত ধৰিব পৰা, হওঁ হওঁ হোৱাৰেই ইঙ্গিত। চকীত নথকা মানেই এটা পতিয়ন যাব পৰা উত্তৰ, 'চাহ খাবলৈ গৈছে।'

প্ৰায় সকলো দেশতেই চাকৰি কৰা মানুহখিনি চাকৰি নকৰা মানুহখিনিৰপৰা পৃথক নহয়। চাকৰি কৰা মানুহবোৰ চাকৰি নকৰা-বোৰৰে অণ্ডহী বণ্ডহী। অণ্ডহী বণ্ডহী নহলেও একেটা জাতিৰ ভিতৰত নিশ্চয় পৰে। জাতীয়তাবাদৰ সুগন্ধি সুৱাসৰ আবেগেৰে আমি যেতিয়া জাত্যাভিমানি হওঁ তেতিয়া কিন্তু আমি জাতি-ভাইৰ সমাজতে পাই থকা ঐহিক জীৱনৰ গেলা পঁচা পৰিবেশৰ কথা পাহৰি থাকোঁ। দুশবছৰ পৰাধীন হৈ থকা জাতিটোৰ পূৰ্ব-পুৰুষসকলে কেৱল দেশক ভাল পাবলৈ শিকিলে কিন্তু দেশৰ মানুহক ভাল পাবলৈ নিশিকিলে। আজি উত্তৰ পুৰুষসকলেও তেওঁলোককে অনুকৰণ কৰিছে।

অসমেই একমাত্র ঠাই আছিল য'ত কোনোবা ধৰ্মণে নিজে উৎপাদন কৰা কেইটামান ভেণ্ডি, কেইটামান জিকা লৈ গৈ কোনোবা কলিতাৰ ঘৰৰপৰা চাউল কঠা আনিছিল। তথাপি খুজি নাখাইছিল। ঠগ প্ৰৱঞ্চনা কৰি নাখাইছিল। সেই সময়ত প্ৰতিজন মানুহে প্ৰতিজন মানুহৰ আৰ্থিক অৱস্থাটো বুজি পাইছিল আৰু ইজনে আনজনৰ প্ৰতি সহৃদয় আছিল। আজিও মানুহে ইজনে সিজনৰ আৰ্থিক অৱস্থাৰ কথা জানে। কিন্তু প্ৰকৃত আৰ্থিক অৱস্থাটো কোনেও নাজানে। এইখিনিতে সন্দেহৰ বীজ ৰোপণ হয় আৰু ব্যৱহাৰিক জীৱনত মানুহ অমানুহ হৈ পৰে। সন্দেহ নাই, মুদ্ৰাৰ প্ৰচলনে আমাক নিজকে লুকুৱাত সহায় কৰিছে। নিজৰ মুখটো সুমুৱাবলৈ এখন ঘৰ, পঢ়া শুনা কৰা সৎ চৰিত্ৰৰ ল'ৰা-ছোৱালী আৰু পৰিয়ালৰ লৈতে বেমাৰ আজাৰ নোহোৱা এটা সুন্দৰ পৰিয়াল থকা সত্বেও অকল টকা-পইচা নোহোৱা বাবেই জীৱনৰ অপৰাহ্ন বেলাত মাথোন এটিয়ে আক্ষেপ কৰা শুনা যায় —"মোৰ জীৱনটোত একো নহ'ল।" টকা-পইচাৰ বাবে নিজৰ সুখকণকো পাহৰি থাকিব পৰা আমি মানুহবোৰে কিন্তু কম জ্ঞান বুদ্ধি অৰ্জন কৰা বাবে কেতিয়াও আক্ষেপ নকৰো। জ্ঞান বুদ্ধিৰ ক্ষেত্ৰত কিমান পিছ পৰি আছো তাক নাভাবি আমি কেৱল টকা-পইচাৰে কিমান পিছ পৰি আছো তাকহে সততে জুখিবলৈ দিনটোত কেবাবাৰো তুলাচনিযোৰ হাতত তুলি লওঁ। আমি নামঘৰ, মন্দিৰত দেৱ-দেৱতাৰ আশীৰ্বাদ বিচাৰি যাওঁ টকাৰ জোখেৰে। বেছি চান্দা দিয়াজনক দেৱীৰ সম্মুখত বহুৱাই লওঁ। নিৰ্মালি অকণ ঘৰলৈকো পঠিয়াওঁ। বেছি টকা-পইচা থকা মানুহ সেৱা কৰোতে দেৱীৰ চকু দুটায়ো কেৱল তেওঁকেই চাই থকা যেন দেখে। নাম-কীৰ্তনতো ভকতৰ আগশাৰীত বহুৱাই লোৱাজনকেই গুৰুৰ কৃপা দৃষ্টি সম্পূৰ্ণ পৰা বুলি লোৱা হয়। এনেদৰে আমাৰ সমাজত টকা-পইচাই আধ্যাত্মিক ভাবকো গ্ৰাস কৰিছে, ধৰ্মক লৈ প্ৰতিযোগিতা চলিছে।

আপুনিয়ে ভাবকচোন এতিয়াৰ চাম পুৰুষে যদি জিদ ধৰি ভেটী

নিদিয়াকৈ থাকে, পিছৰ চামে নিশ্চয় ভাল পৰিৱেশৰ আশা কৰিব নোৱাৰে নে বাৰু? এই ক্ষেত্ৰত অকল আইন-কানুনৰ ঠেলা হেঁচাকে ধৰি নাথাকি আমি সকলো নাগৰিকৰে এটা মানসিক প্ৰস্তুতি তৈয়াৰ কৰিব পাৰিলেহে এনে ৰোগৰ হাত সাৰিব পাৰিম বুলি ভাবিব পাৰোঁ। আজিকালি সাংস্কৃতিক সংঘ, ক্লাব ঢেৰ হ'ল। অনেকে চৰকাৰী সাহায্যও পায়। তেওঁলোকে অকল খেলা-ধূলা, নাট আৰু নৃত্যতে অসমীয়া সংস্কৃতি জীয়াই ৰখাত ব্যস্ত নথাকি উৎকোচ, ভেজালকৰণ আদি সামাজিক ৰোগৰ বিষয়ে আলোচনা চক্ৰ আদিও পাতিব পাৰে আৰু দেশৰ নাগৰিকক এই বেমাৰৰপৰা ৰক্ষা পাবৰ বাবে সঘনে সকিয়াই দি থাকিব পাৰে। তদুপৰি কোনোবাই যদি অন্তঃকৰণেৰে সৈতে সামাজিক ভ্ৰষ্টাচাৰবোৰ দূৰ কৰিবৰ ইচ্ছা কৰে তেনেহলে তেওঁৰ প্ৰথম কৰ্তব্যৰ স্থলি বুলি বাচি লব লাগিব নিজকে, তাৰ পিছত পিতা-মাতা, ইষ্ট-কুটুম্ব আৰু ইয়াত কৃতকাৰ্য হলেহে শেষত আন মানুহৰ গাত হাত দিয়া উচিত। অন্যথাই নিজে হাঁহিয়াতৰ পাত্ৰ হব লাগিব। 'কৰাপশ্যন' আঁতৰাবলৈ বছৰে বছৰে নতুন নতুন তেজৰ যি উদ্যোগ দেখা যায় তাৰ বিফল পৰিণতি ওপৰত দিয়া কাৰণটোৰ বাবেই পানী হৈ যায়। নতুন তেজে যিদিনালৈ তেওঁ কামত হাত নিদিয়ে সিদিনালৈ "কৰাপশ্যনৰ" ভীষণ শত্ৰু। কিন্তু কামত হাত দিয়া দিনৰেপৰা তেওঁ "কৰাপশ্যনৰ" উত্তম মিত্ৰ হৈ পৰে। তেওঁ উপৰি পুৰুষসকলৰ আগৰ সকলো ৰেকৰ্ড ভঙ্গ কৰি দিয়ে।

আগতে কৈ অহা হৈছে যে ভেটী খোৱাৰ মূল আৰু প্ৰধান কাৰণ হ'ল—মানুহৰ সামাজিক নিৰাপত্তাৰ অভাৱ। উন্নত দেশবোৰত চৰকাৰী ডাক্তৰ ঘৰলৈ আহি বিনা পইচাই ৰোগী চায়। আমাৰ দেশত টকা থকা মানুহৰ আৰু টকা নথকা মানুহৰ দুবিধ ডাক্তৰ আছে। ভাল ডাক্তৰ আৰু বেয়া ডাক্তৰ। শিক্ষাৰ ক্ষেত্ৰটো একে কথা। টকা থকা মানুহৰ ভাল স্কুল আৰু টকা নথকা মানুহৰ বেয়া স্কুল। মানুহ ভালদৰে জীয়াই থাকিবৰ কাৰণে অত্যন্ত প্ৰয়োজনীয় সামগ্ৰীখিনি যোগাৰ কৰিবলৈ হলেও মানুহে প্ৰথম জ্ঞানখিনি আহৰণ কৰে টকা

অৰ্জাব। বৃদ্ধ অৱস্থাত কেনেদৰে থাকিব তাক চিন্তা কৰা হয় টকাৰ জোখেৰে। কিন্তু অধিক টকা অৰ্জাব কথা তেতিয়াই চিন্তা কৰা হয় যেতিয়া মানুহে টকাৰ মূল্যৰে অধিক সুবিধা লাভ কৰাৰ কথা ভাবে। গতিকে মানুহৰ মনৰ পৰা টকাৰ মোহ নোহোৱা কৰিবলৈ হলে প্ৰথমতে মানুহক, ৰাষ্ট্ৰই ভৱিষ্যৎ সম্পূৰ্ণ সুৰক্ষাৰ ব্যৱস্থা দিব লাগিব। মানুহ পতীয়মান যাব লাগিব যে টকা হ'ল মাথোন দৈনন্দিন আদান প্ৰদানত ব্যৱহাৰ কৰা কিছুমান ধাতু বা কাগজহে মাত্ৰ। অধিক টকা হলে অধিক সুবিধা লাভৰ সুযোগ যেতিয়া নোহোৱা হব তেতিয়াই মানুহে অধিক সম্পত্তি বা অধিক টকাৰ প্ৰতি বিতশ্ৰদ্ধ হব।

পৰিশেষত, নিজৰ গাতে চিকুটি চিকুটি এটা কথাই কবৰ মন গৈছে যে আজি উৎকোচ ৰোগৰ বিষয়ে আলোচনা সমালোচনা কৰাতকৈ—প্ৰতিজন মানুহে নিজে কেনেকৈ ইয়াৰপৰা হাত সাৰি থাকিব পাৰি তাৰ কথাহে চিন্তা কৰিবৰ হ'ল।

---